# ডং মহেশ্বৰ নেওগৰ

## ব্যক্তিত্ব আৰু প্ৰতিভা




অসম সাহিত্য সভা

# ডঃ মহেশ্বৰ নেওগৰ ব্যক্তিত্ব আৰু প্ৰতিভা



সম্পাদক

শ্ৰীনগেন চৌধুৰী

সহঃ সম্পাদক

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য




অসম সাহিত্য সভা

DR. MAHESWAR NEOGOR VYAKTITVA ARU PRATIBHA : A book containing different articles in Assamese on Dr. Maheswar Neog, Ex-president, Asam Sahitya Sabha, written by his admirers and students, edited by Nagen Chaudhury and Published by Satish Ch. Chaudhury, General Secretary, Asam Sahitya Sabha, February 1996, Rs. 40.00

সম্পাদক : নগেন চৌধুৰী

সহঃ সম্পাদক : প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

প্ৰকাশক : সতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

৫৪৭/সা:

বেটুপাত পৰিকল্পনা : নগেন চৌধুৰী

মূল্য : ৪০.০০ টকা

মুদ্ৰণ : জ্যোতি প্ৰিণ্টাৰ্চ
বামুণীমৈদাম, গুৱাহাটী-২১

# প্ৰধান সম্পাদকৰ একাষাৰ

অসমৰ সাহিত্য জগতত যি কেইগৰাকী শালপ্ৰাংশু ব্যক্তিয়ে স্বমহিমাৰে প্ৰতিভাত হৈ ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতীয় জীৱনৰ মহত্ব প্ৰদান কৰিলে সেই সকলৰ ভিতৰত ডঃ মহেশ্বৰ নেওগদেৱ আছিল অন্যতম । তেওঁৰ বৰ্ণাঢ্য জীৱন কালত অসম সাহিত্য সভাৰ সভাপতি, উপ সভাপতি প্ৰধান সম্পাদকৰ পদ অলংকৃত কৰাৰ লগতে সভাৰ গুৱাহাটী কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মানো উল্লেখনীয়। বিশাল ব্যক্তিত্বৰ মহীৰুহ সদৃশ এই গৰাকী ব্যক্তিৰ অৰ্ধশতকৰো ওপৰ কাল জোৰা সাহিত্য সাধনাৰে নিজকে এটি স্বয়ং সম্পূৰ্ণ অনুষ্ঠানত পৰিণত কৰি থৈ গ'ল । প্ৰাচ্যতত্ত্ববিদ সভাৰ সৰ্বোচ্চ উপাধি সদস্য মহীয়ানেৰে বিভূষিত এই গৰাকী গৱেষক পণ্ডিতে অসমীয়া ভাষা সাহিত্য সংস্কৃতিক তেওঁৰ গৱেষণাৰ যাদুকৰী শক্তিৰে সঞ্জীৱিত কৰাৰ লগতে বিশ্বৰ দৰবাৰতো প্ৰতিষ্ঠা কৰি থৈ গ'ল । অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক স্বৰূপে এই গৰাকী কৃতবিদ্য পুৰুষে সভাক শিক্ষাসদী অনুষ্ঠান হিছাপে গঢ়ি তোলাত প্ৰভূত বৰঙণি আগবঢ়াই থৈ যোৱাৰ লগতে ইয়াক নতুন মাত্ৰা প্ৰদান কৰি থৈ গ'ল । তেওঁৰ অৰ্ধ-শতাব্দী জোৰা জ্ঞান অন্বেষণ আৰু তেওঁৰ সঞ্চিত জ্ঞানৰ পৰিস্ফুৰণত জাতীয় জীৱনে এক জাগতিক প্ৰতিষ্ঠা লাভ কৰিলে বুলি কব পাৰি ।

১৯৯৫ খ্ৰীষ্টাব্দৰ ১৩ চেপ্তেম্বৰ তাৰিখে এই মহামনীষী গৰাকীৰ দেহ পঞ্চভূতত বিলীন হৈ গ'ল । অথচ তেওঁৰ বিশাল কৰ্মৰাজিৰে অসমৰ সমাজ-সভ্যতা, সাহিত্য-সংস্কৃতিক বিশালত্ব প্ৰদান কৰি নিজেও যাউতিযুগীয়া হৈ ৰ'ল ।

সভাৰ প্ৰকাশন উপ-সমিতিৰ সিদ্ধান্ত মৰ্মে আৰু ১৯৯৫-৯৬ বৰ্ষৰ কাৰ্য নিৰ্বাহকৰ পৰামৰ্শ মৰ্মে ডঃ নেওগদেৱৰ জীৱন আৰু কৰ্মৰাজিৰ

কথা সোঁৱৰণ কৰি সভাৰ পক্ষৰ পৰা 'ডঃ মহেশ্বৰ নেওগৰ ব্যক্তিত্ব আৰু প্ৰতিভা' শীৰ্ষক গ্ৰন্থখনি প্ৰকাশ কৰি উলিওৱা হয়। এই চেগতে পণ্ডিত প্ৰৱৰ ড' নেওগলৈ আমি আমাৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলোঁ।

সভাৰ অনুৰোধ ৰক্ষা কৰি বিশিষ্ট লেখক শ্ৰীনগেন চৌধুৰী আৰু শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই গ্ৰন্থখনিৰ সম্পাদক আৰু সহযোগী সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি গ্ৰন্থখনিৰ প্ৰকাশৰ ক্ষেত্ৰত সভালৈ সহযোগ আগবঢ়োৱাত দুয়োগৰাকীলৈকে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। খুউব কম সময়ৰ ভিতৰত গ্ৰন্থখনি ছপা কৰি দিয়াৰ বাবে জ্যোতি প্ৰিণ্টাৰ্চ ছপাশালৰ স্বত্বাধিকাৰ আৰু কৰ্মীবৃন্দলৈ শলাগ জ্ঞাপন কৰিলোঁ। লগতে অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক দীপক কাকতিৰো শলাগ ললোঁ।

আশাকৰোঁ, গ্ৰন্থখনিয়ে ড' নেওগদেৱৰ বিষয়ে জনাত যথেষ্ট সহায়ক হ'ব আৰু গ্ৰন্থখনিয়ে ৰাইজৰ সমাদৰ লাভ কৰিব বুলি কামনা কৰিলোঁ।

২২ ফেব্ৰুৱাৰী, ১৯৯৬
চন্দ্ৰকান্ত মন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# বাট-চ'ৰা

"মই প্ৰথম পুৱাৰ, পূবদিশ ফালি, উঠিলোঁ ৰাঙলী হ'ই। মই ভাগীৰথী গঙ্গা, শিৱৰ শিৰেদি, আহিলোঁ বেগেৰে ব'ই" বুলি কবিতা ৰচা মহেশ্বৰ নেওগে ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ' কমাৰফদীয়াত জনমৰ আদিম পুৱাত চকু মেলি অসমীয়া-সাহিত্য-সংস্কৃতিৰ ধ্বজা বাহক ৰূপে পৰিগণিত হ'ল। এইজনা অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সদস্য মহীয়ান ড° মহেশ্বৰ নেওগৰ স্মৃতি-চিৰস্মৰণীয়াকৈ ৰখাৰ উদ্দেশ্যে অসম সাহিত্য সভাই "ড' মহেশ্বৰ নেওগৰ ব্যক্তিত্ব আৰু প্ৰতিভা" নামেৰে গ্ৰন্থ এখন প্ৰকাশ কৰাৰ বিষয়ে চিন্তা কৰে আৰু অভাজনৰ ওপৰত গুৰু দায়িত্ব অৰ্পণ কৰে। দাঙিব নোৱাৰা ভাৰখন বিশেষকৈ নেওগ ছাৰৰ বিষয়ে গ্ৰন্থ এখন প্ৰস্তুত কৰা সহজ কৰ্ম নহয় বুলি জানিও দায়িত্ব গ্ৰহণ কৰিবলৈ বাধ্য হলোঁ।

সেইদিন অৱধি গ্ৰন্থৰ কামত আগবাঢ়ো। বিভিন্ন লেখকক বিষয় বস্তু নিৰ্দিষ্ট কৰি দি প্ৰবন্ধ বিচাৰো। ড° নেওগে 'পৱিত্ৰ অসম' গ্ৰন্থৰ ভূমিকাত লিখাৰ দৰে 'দুজনমানে অপাৰগতা স্বীকাৰ কৰিলে', 'দুজনমানে নীৰৱতা অৱলম্বন কৰিলে', দুজনমানে পূৰ্বে প্ৰকাশিত প্ৰবন্ধটিকে পুনৰ প্ৰকাশ কৰাৰ ওপৰত গুৰুত্ব দিলে, আকৌ দুজনমানে নেওগ ছাৰৰ বিষয়ে বৰ বেছি নাজানো বুলি জনালে। অৰ্থাৎ আমাৰ অসমীয়া সাহিত্যৰ বেছিভাগ লেখকে যে এলেহুৱা, পঢ়া শুনা নকৰে তাৰ প্ৰমাণ পুনৰাই সাব্যস্ত কৰিলে। আৰু ইয়াৰ বিপৰিতে কৰ্মযোগী নেওগ যে তেখেতসকলৰ এক 'চেলেঞ্জ' তাক নেওগ ছাৰৰ ব্যক্তিত্ব আৰু প্ৰতিভাই প্ৰকৃষ্ট ভাবেই প্ৰতিপন্ন কৰিব।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে নাকি-জৰি টানিছে—। বোকাখাত অধিবেশনৰ সভাস্থলিতে গ্ৰন্থখন উন্মোচন কৰা হ'ব বুলি জনোৱাত খৰধৰকৈয়ে মোৰ নিজৰে মনঃপুত নহলেও গ্ৰন্থখন প্ৰকাশ কৰি

ৰাইজৰ হাতত তুলি দিবলৈ প্ৰয়াস কৰিছোঁ। আমি যেনেধৰণে গ্ৰন্থখনি কৰিম বুলি ভাবিছিলো ঠিক সেই মতে বিভিন্ন কাৰণত কৰিব নোৱাৰি আৰু সময়ৰ বাবে বহু প্ৰয়োজনীয় কথা সন্নিবিষ্ট কৰিব বিচাৰিও বাদ দিবলগীয়া হোৱাত নিজেই সন্তুষ্ট হ'ব পৰা নাই।
এই মহৎ কামটিৰ বাবে বিভিন্ন লেখকৰ পৰা প্ৰবন্ধ লিখাই অনাৰ উপৰিও গৰীয়সী, নতুন দৈনিক, ডেউকা, আজিৰ অসম আদি কাকতত প্ৰকাশিত কেইবাটাও মূল্যবান প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে, এই চেগতে সহায় লোৱা গ্ৰন্থ আৰু লেখক, সম্পাদক আৰু প্ৰকাশক সকলৰ ওচৰত কৃতজ্ঞতা জনাইছোঁ। গৰীয়সীৰ সম্পাদকে 'তোমাৰ ইচ্ছা মতে প্ৰকাশ কৰিব পাৰা ( full liberty দিছোঁ ) বুলি অনুমতি দিয়াত তেখেতৰ বিশেষভাবে শলাগ নোলোৱাকৈ থাকিব নোৱাৰো। অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত হিতেশ ডেকা আৰু প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী, সহকাৰী সম্পাদক শ্ৰীদীপক কাকতিয়ে বিশেষ তৎপৰতা দেখুৱাই গ্ৰন্থখনি প্ৰকাশ কৰাত গুৰুত্ব দিয়াৰ উপৰিও নানা দিহা পৰামৰ্শ দি আমাক উপকৃত কৰিছে। সহযোগী সম্পাদক শ্ৰীপ্ৰমোদ ভট্টাচাৰ্যই বিভিন্ন কামত সহায় কৰি দিয়াৰ উপৰিও আৰ্হি কাকত চাই যথেষ্ট সহায় কৰিছে। অতি কম সময়ৰ ভিতৰতে গ্ৰন্থখনি ছপাই দিছে জ্যোতি প্ৰিণ্টাৰ্চৰ গৰাকী শ্ৰীভাস্কৰ ফুকনে। বিভিন্ন লেখকে প্ৰবন্ধ পাতি দি আমাৰ প্ৰতি যি মৰম দেখুৱাইছে সেই সকলোটিলৈকে আমাৰ গভীৰ শ্ৰদ্ধাৰ শৰাই আগবঢ়াইছোঁ।

২৪ ফেব্ৰুৱাৰী '৯৬ শ্ৰীনগেন চৌধুৰী
সম্পাদক

# সূচী-পত্ৰ

# ডক্টৰ মহেশ্বৰ নেওগৰ কৃতিত্ব

ড° নগেন শইকীয়া

একো একোজন মানুহ কেতিয়াবা একোটি জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হয়। এই ৰূপান্তৰ ঘটে মানুহজনৰ চিন্তা, বৌদ্ধিক অৰ্হতা, সৃষ্টিশীল প্ৰতিভা আৰু ইবিলাক স্বাভাৱিকভাৱে অভিব্যক্ত হোৱা তেওঁৰ কাম আৰু ব্যক্তিত্বৰ মাজেদি। সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি একাডেমিলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ডক্টৰ মহেশ্বৰ নেওগ (১৯১৫-১৯৯৫)। বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকত্ব অৰ্জন কৰোঁতা ডক্টৰ নেওগৰ জীৱিতকালত, যোৱা তিনিটা দশকতকৈ অধিক কাল অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন সৰু-বৰ প্ৰশ্নবোৰে শেষ উত্তৰ বিচাৰি ওচৰ চাপিবলগীয়া হৈছিল ডক্টৰ মহেশ্বৰ নেওগৰ। এনেকৈয়ে, বেজবৰুৱাৰ দৰেই ডক্টৰ নেওগো হৈ উঠিছিল অসমীয়া ভাষা-সাহিত্যৰ অলিখিত ‘ডিক্টেটৰ’ বা সৰ্বাধিনায়কস্বৰূপ। শেষ ঊনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ মাজেদি সবলভাৱে আত্মপ্ৰকাশ কৰা উদাৰ মানৱিকতাবাদ, দেশাত্মবোধ আৰু আদৰ্শবাদৰ সমন্বিত বৌদ্ধিক সামাজিক ব্যক্তিত্বৰ উত্তৰাধিকাৰৰ লগত নেওগৰ ব্যক্তিত্বৰ মাজত যোগ হৈছিল বিংশ শতিকাৰ এটা বৈজ্ঞানিক মনৰ। এনে এক বিৰল সমন্বয়ৰ বাবেই মহেশ্বৰ নেওগ ঊনবিংশ শতিকা আৰু বিংশ শতিকাৰ অসমৰ বৌদ্ধিক সেতুত পৰিণত হৈছিল। এহাতে ঊনবিংশ শতিকাৰ আৰু তাৰো আগৰ অসমত এক যথাৰ্থ নৱজাগৰণ সংঘটন কৰা নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰতি তেওঁৰ আছিল এক গভীৰ শ্ৰদ্ধা আৰু আকৰ্ষণ, আনহাতে পাৰ হৈ যোৱা সমগ্ৰ অতীতক তাৰ পৃষ্ঠভূমিত

ৰাখি মূল্যায়ন কৰাৰ বাবে তেওঁৰ আছিল এটি বৈজ্ঞানিক মন। সেইবাবেই ডক্টৰ মহেশ্বৰ নেওগৰ মাজত দেখা পোৱা যায় - এহাতে তত্ত্ব আৰু তথ্য-জিজ্ঞাসু তথা তথ্য-অন্বেষক এটি নিৰলস সাধক-ব্যক্তিত্ব। আনহাতে দেশৰ ঐতিহ্যৰ প্ৰতি সশ্ৰদ্ধ এটি মন।

ডক্টৰ নেওগৰ সিচৰণ ক্ষেত্ৰখন বৰ বহল। পুৰণি শিলালিপিৰ পৰা আধুনিক কবিতালৈকে, শাস্ত্ৰীয় নৃত্য-গীতৰ পৰা লোক-শিল্পলৈকে, প্ৰাচীন ভাস্কৰ্য-স্থাপত্যৰ পৰা আধুনিক চিত্ৰশিল্পলৈকে, ভাষাতত্ত্বৰ পৰা নৃতত্ত্বলৈকে, প্ৰাচ্যতত্ত্বৰ পৰা নন্দনতত্ত্বলৈকে, ইতিহাসৰপৰা দৰ্শন আৰু ধৰ্মলৈকে এই সকলো ক্ষেত্ৰতে ডক্টৰ নেওগে বিচৰণ কৰি গ'ল। এই ক্ষেত্ৰসমূহৰ প্ৰায় সকলোবোৰ দিশতে বিজ্ঞান-সন্মত বিশ্লেষণ কৰিব পৰা এক বিৰল দক্ষতাৰ তেখেত আছিল অধিকাৰী। ডক্টৰ নেওগৰ অধ্যয়ন আৰু পাণ্ডিত্যৰ এটা ঘাই বিশিষ্টতা হ'ল—এক গভীৰ জাতীয় চৈতন্যৰ দ্বাৰা উদ্দীপিত হৈয়ো, বস্তুনিষ্ঠ ঐতিহাসিক দৃষ্টিভংগীৰে প্ৰতিটো বিষয় বিচাৰ কৰাৰ দক্ষতা; আৰু আনটো বিশিষ্টতা হ'ল— তেওঁৰ অধ্যয়নৰ সকলোবোৰ বিষয় প্ৰত্যক্ষভাৱেই অসম, অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু অসমীয়া জাতিৰ ইতিহাসৰ লগত জড়িত। সেইবাবেই তেখেতৰ সকলো অধ্যয়নৰ প্ৰাসংগিকতা অসমৰ লগত অবিচ্ছেদ্যভাৱে জড়িত। নিজৰ অধ্যয়নৰ এই বিশিষ্টতাৰ মাজেদি, সকলোৰে অজ্ঞাতেই তেওঁ 'অসমতত্ত্ব' অধ্যয়নৰ (Assamese Studies) এটি ভেটি স্থাপন কৰি দি গ'ল। ডক্টৰ নেওগৰ এই অধ্যয়নে অসম সম্পৰ্কীয় অধ্যয়নক প্ৰাচ্যতত্ত্ব অধ্যয়নৰ অন্তৰ্ভুক্ত কৰি প্ৰাচ্যতত্ত্ব অধ্যয়নকো এটি নতুন আয়তন দান কৰি গ'ল। সেই বাবেই প্ৰাচ্যবিদ্যাৰ পণ্ডিত মণ্ডলীৰ মাজতো ডক্টৰ নেওগৰ বাবে এখনি আসন নিৰ্দিষ্ট হৈ আছিল। নেওগৰ পাণ্ডিত্যৰ গভীৰতা আৰু মৌলিকতা অনুভৱ কৰিয়েই, তেওঁতকৈ বয়সত ডাঙৰ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন ভাষাতত্ত্ববিদ তথা প্ৰাচ্যতত্ত্ববিদ পণ্ডিত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে ডঃ নেওগৰ তিনিকুৰি



বছৰ পূৰ্ণ হোৱা উপলক্ষে ৰচনা কৰি পঠিয়াইছিল সংস্কৃত ভাষাত এটি প্ৰশস্তি (দ্ৰষ্টব্য, নৱমালতী নেওগ চক্ৰৱৰ্তীৰ দ্বাৰা সম্পাদিত আৰু ডঃ নেওগৰ একাশী বছৰীয়া জন্মদিন উপলক্ষে প্ৰকাশিত ইংৰাজী গ্ৰন্থ Dr. Maheswar Neog। ই এটি উল্লেখযোগ্য আৰু তাৎপৰ্যপূৰ্ণ ঘটনা।

## পাৰিবাৰিক-সাংস্কৃতিক উত্তৰাধিকাৰ

১৮৫৩ খ্ৰীষ্টাব্দৰ 'অৰুনোদই'ত (সংখ্যা এপ্ৰিল) এটি বাতৰি ওলাইছিল: "২৫ মাৰ্চ শুকুৰবাৰৰ ৰাতি দুপৰমান সময়ত কোঁৱৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোৱা খুটিৰ ম'হৰ মাজত বজ্ৰপাত পৰি পাঁচজনী ম'হ মৰিল।" এই ৰতি নেওগ বা ৰতিকান্ত নেওগেই আছিল এই বংশৰ প্ৰথম নেওগ। তেওঁৰ পিতাক কাতিৰাম আছিল ৰজাঘৰীয়া বৰবৰা। মানৰ আক্ৰমণত ভটীয়াই গৈ নগাওঁ পোৱা ৰতিকান্ত, পুৰন্দৰ সিংহ ১৮৬৪ খ্ৰীষ্টাব্দত ইংৰাজৰ কৰতলীয়া ৰজা হোৱাৰ পিছত, কোঁৱৰপুৰলৈ ঘূৰি আহে। ৰজাই তেওঁক ৰজাদৈয়াঙত গৈ আশ্ৰয় লোৱা ৰংপুৰীয়াসকলক ওভোতাই আনি পুনৰ সংস্থাপনৰ দায়িত্ব দি নেওগ পাতে। তেতিয়াৰ পৰা তেওঁ 'নেওগ' হ'ল। এই ৰতিকান্ত নেওগৰে নাতি যজ্ঞোৰাম নেওগ; তেওঁৰ পুত্ৰ মাণিকচন্দ্ৰ নেওগ, আৰু মাণিকচন্দ্ৰৰ তিনি পুত্ৰ ডিম্বেশ্বৰ, মহেশ্বৰ আৰু মোক্ষেশ্বৰ। মাণিকচন্দ্ৰৰ পুত্ৰসকলৰ জন্মৰ আগতেই উনবিংশ শতিকাৰ শেহৰ ফালে নেওগ পৰিয়ালে কোঁৱৰপুৰ এৰিলে আৰু ডিম্বেশ্বৰ নেওগে স্মৰণীয় কৰি থৈ যোৱা 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ' দিখৌৰ পাৰৰ 'কমাৰফদীয়া'ত থিতাপি ল'লেহি। ডঃ নেওগে অনুমান কৰে "সেই প্ৰব্ৰজন আমাৰ ককাৰ দিনতে ঘটিছিল" (জীৱনৰ দীঘ আৰু বাণি, পৃ: ১৬)। কমাৰফদীয়াৰ পৰিচয় দি নেওগে লিখিছে, "সৰু গাওঁ কমাৰফদীয়া। পিছে মোৰ জন্মৰ সময়ত (১৯১৫) সি ৰহৰহীয়া আছিল বুলিয়ে ক'ব লাগিব। কমাৰফদীয়াৰ নামঘৰত গোট খাব পৰা মুঠ একুৰি সাত-আঠ ঘৰ

মানুহ। সকলোৱেই কলিতা— বোধহয় এঘৰ এৰি। সকলোৱেই আউনীআটী সত্ৰৰ সাতামপুৰুষীয়া দাস বুলি গৌৰৱ কৰে। সকলোৰে প্ৰধান উপজীৱ্য কৃষি।" ইয়াৰ লগালগিকৈ আছিল "আহোম, কৈৱৰ্ত আৰু পুৰণি ভকত (মায়ামৰীয়া) লোকৰ বাস। এই সকলোৰে পাৰিবাৰিক আৰু সামাজিক জীৱনৰ গোটবোৰ স্বকীয়া হ'লেও সকলোৰে মাজত সদায় অবিচ্ছেদ্য সৌহাৰ্দ্যৰ টান বৰ্তমান আছিল। সকলোৰে মাজত সম্বোধনত দদাই-ভতিজা, ককাই-ভাই, বাই-ভনী, পেহী-ভতিজীৰ সমন্ধ। উনবিংশ শতকৰ সোমাজত কমাৰফদীয়া বৌদ্ধিক সম্পন্নতাৰে উজ্জ্বল হৈ উঠিছিল" (পৃঃ ১৮, ২০)। শিৱসাগৰত স্থাপিত স্কুলত পঢ়িবলৈ অহা গোলাঘাট, যোৰহাট, ডিব্ৰুগড় আদিৰ ছাত্ৰসকলৰ অনেকে কমাৰফদীয়াৰ লোকৰ বাৰীত 'বহা সাজি আছিলহি। এওঁবিলাকৰ অনেকেই পিছলৈ নিজৰ কৃতিৰে আত্মপৰিচয় স্থাপন কৰি গৈছে। ইয়াতেই ১৮৭০ খ্ৰীষ্টাব্দত ডেকা-সকলে "কমাৰফদীয়া ইয়ং কোম্পানী" স্থাপন কৰি তাত দেওবাৰে দেওবাৰে নৃত্য-গীত, সাহিত্য চৰ্চা, বক্তৃতা প্ৰদান আদিৰ আখৰা কৰিছিল (সহজানন্দ ভবালী, শিৱসাগৰ নাট্য সমাজৰ ইতিবৃত্ত, পৃঃ ৪৪)। ঘনশ্যাম বৰুৱা, ৰমাকান্ত বৰকাকতী, লক্ষ্মীনাথ কাকতী, যোগেন্দ্ৰনাথ বৰুৱা, ৰাজেন্দ্ৰনাথ বৰুৱা, ৰাধাকান্ত সন্দিকৈ, কালীনাথ হাজৰিকা আদি পিছৰ কালত অসমৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি আদিৰ লগত জড়িত হৈ পৰা গুণীসকলে ছাত্ৰাৱস্থাত কমাৰফদীয়াতে থিতাপি লৈ কমাৰফদীয়াত এটা নব্য সাংস্কৃতিক পৰিমণ্ডল গঢ়ি তুলিছিল (জীৱনৰ দীঘ আৰু বাণি পৃঃ ২৩-২৭)। কিন্তু এই পৰিমণ্ডলে পৰম্পৰাগতভাৱে চলি অহা "তিথি-মহোৎসৱ, ভাওনা, সবাহ, ফাকুৱা-হুচৰিৰ আনন্দপূৰ্ণ কোলাহল" স্তিমিত কৰিব পৰা নাছিল (পৃঃ ২৭)।

মাণিকচন্দ্ৰ নেওগৰ ইংৰাজী শিক্ষাৰ লগত পৰিচয় নাছিল; বঙলা ভাষাৰ শিক্ষাৰ লগতহে প্ৰাথমিক পৰিচয় ঘটিছিল। তৎসত্বেও সংস্কৃতৰ চাণক্য শ্লোককে ধৰি পুৰণি অসমীয়া পুথি-পত্ৰৰ লগত আছিল ঘনিষ্ঠ পৰিচয়। "কীৰ্তন, দশম আদি ধৰ্মগ্ৰন্থ আৰু নাম-প্ৰসংগত তেওঁ পাৰংগত আছিল, শিক্ষিত লোকৰ লগত সততে সংস্ৰৱ ৰাখিছিল" (পৃঃ ২৯)। সেয়ে নহয়, তেওঁ "শিক্ষাৰ মোল বিশেষকৈ বুজিছিল বুলি নিজৰ বৰবাৰীখনৰ এটা চুকে ঢাপ ভাঙি তাতে ১৯০৩-০৪ জুন মানত এখন পঢ়াশালি স্থাপন কৰিলে। সেয়ে আমাৰ বিদ্যা-শিক্ষাৰ ভেটি ১১৩ নং কমাৰফদীয়া স্কুল। দেউতা গীত-মাত, বিশেষকৈ ভকতীয়া গতিৰ ভঁৰাল আছিল। পুৱা-গধূলি আমাৰ গোঁসাই ঘৰত তেওঁ নিতৌ 'নিৎপ্ৰসং' কৰিছিল মধুৰ কণ্ঠেৰে। "কৃষ্ণ শংকৰ গুৰুহৰি বুলি অকণমান আশোৱাৰী ৰাগ টানি বৰগীত এটি (প্ৰায়ে 'নাম পৰম ধন') গাই এটি কীৰ্তন ঘোষাৰ পিছত যুগল পটল নামঘোষাৰে সাধাৰণতে প্ৰসংগ সামৰিছিল" (পৃঃ ৪০)। মাতৃয়েক চন্দ্ৰপ্ৰভা নেওগো আছিল আনুষ্ঠানিক শিক্ষা নথকা গৃহিণী; কিন্তু তেওঁৰ মুখত লাগি আছিল বৰগীত, আইনাম, সদাশিৱৰ নাম, গোঁসাইৰ নাম। ডঃ নেওগে লিখিছে, "আমাৰ ঘৰখন মহাপুৰুষীয়া হ'লেও, দেৱীপূজাৰ প্ৰসাদৰ আমাৰ ঘৰত অপ্ৰৱেশ হ'লেও, হাঁহ পৰ্যন্ত মুপুহিলেও, হাঁহ-ছাগলীৰ মঙহ ঘৰত নিষিদ্ধ হ'লেও সেইদিনত কিন্তু গাৱঁত আইমতা সবাহ হ'লে আই তালৈ গৈছিল, নিজে আই নাম লগাই দিছিল" (পৃঃ ৪১)। সম্বন্ধীয় ককাক—'কাৰ্য প্ৰৱেশ'ৰ ৰচক কালীনাথ হাজৰিকা, "দীনদুখী" (লা-মিজাৰেবলৰ অনুবাদ)ৰ লিখক সৰু মোমায়েক থানেশ্বৰ হাজৰিকা আৰু সৰ্বোপৰি পোন্ধৰ বছৰৰ ডাঙৰ, ককাইদেৱেক ডিম্বেশ্বৰ নেওগ— এই সকলৰ সান্নিধ্য আৰু ব্যক্তিত্ব আৰু কৰ্মৰ প্ৰত্যক্ষ বা অপ্ৰত্যক্ষ প্ৰভাৱ — ইবিলাককো আমি পাৰিবাৰিক আৰু সাংস্কৃতিক উত্তৰাধিকাৰৰ শাৰীতে থ'ব পাৰোঁ। এহাতে এটা গ্ৰামীণ অসমীয়া সাংস্কৃতিক পৰিমণ্ডল আৰু আনহাতে 'কমাৰফদীয়া ইয়ং কোম্পানী'ৰ দৰে নৱগঠিত অনুষ্ঠানে সুমুওৱা নব্য সাংস্কৃতিক উপাদান—এয়ে আছিল উনবিংশ শতিকাৰ শেহ আৰু বিংশ শতিকাৰ আগভাগৰ কমাৰফদীয়া তথা চহৰমুখী বতাহে কোবোৱা অসমৰ অগ্ৰণী গ্ৰাম্য জীৱনৰ বিশেষত্বপূৰ্ণ চৰিত্ৰ।

মহেশ্বৰ নেওগৰ জন্ম এনে গ্ৰামীণ পাৰিবাৰিক আৰু সাংস্কৃতিক পৰি-মণ্ডলতে হৈছিল আৰু এই পৰিমণ্ডলেই তেওঁৰ বৌদ্ধিক ব্যক্তিত্ব গঠনত যোগাই গৈছিল বিশেষ বৰঙণি। এহাতে, পুৰণি অসমীয়া ঐতিহ্য আৰু সাংস্কৃতিক বিশেষত্ব যি নৱবৈষ্ণৱ আন্দোলনৰ মাজত আহি এক সুস্থ-সৱল বিকাশ লাভ কৰিছিল, আৰু আনহাতে পাশ্চাত্য শিক্ষা আৰু সভ্যতা যি এক তথ্য-ভিত্তিক, যুক্তিবাদী নতুন দৃষ্টিভংগী আৰু মানৱিকবাদী দৰ্শন দান কৰিছিল— এই দুয়োটাৰে সমন্বয়ত অসমত গঢ় লৈ উঠিছিল— এটি নতুন বৌদ্ধিক পটভূমি। অৰ্থাৎ, ঐতিহ্য আৰু আধুনিকতাৰ এক সন্মেলন আৰম্ভ হ'ল এইছোৱা সময়তে। পৰৱৰ্তী কালত ডঃ মহেশ্বৰ নেওগৰ মাজত ঐতিহ্যৰ প্ৰতি প্ৰকাশ লাভ কৰা গভীৰ আকৰ্ষণৰ আঁৰত তেওঁৰ গ্ৰামীণ সাংস্কৃতিক আৰু পাৰিবাৰিক পটভূমিৰ প্ৰভাৱ যিদৰে অনুমান কৰিব পাৰি, তেনেদৰেই ঐতিহ্য অন্বেষণ কৰাৰ আৰু বিচাৰ কৰাৰ বৈজ্ঞানিক ঐতিহাসিক দৃষ্টিভংগীৰ আঁৰত পাশ্চাত্য শিক্ষাৰ প্ৰভাৱো অনুমান কৰিব পাৰি।

## ঊনবিংশ শতিকাৰ বৌদ্ধিক উত্তৰাধিকাৰ

ডিম্বেশ্বৰ নেওগে কৈছিল 'মই বিংশ শতিকাত জন্ম গ্ৰহণ কৰিলেও ঊনবিংশ মাতৃগৰ্ভত থিত লৈছিলোঁ'। এই এটা বাক্যৰে, ঊনবিংশ শতিকাৰ অসমৰ বৌদ্ধিক পৰিমণ্ডলৰ প্ৰভাৱ যে তেওঁৰ ওপৰত এৰাব নোৱাৰাকৈ পৰিছিল, সেই বিষয়ে তেওঁ নিসন্দেহ কৰি থৈ গৈছে। মহেশ্বৰ নেওগৰ জন্ম ১৯১৫ চনত। সেই ফালৰ পৰা এইজন নেওগ সম্পূৰ্ণ বিংশ শতিকাৰ। কিন্তু ডঃ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখাত' সবিস্তাৰে দেখুৱাইছে (ৰোমাণ্টিক বিস্তাৰ ঃ বেজবৰুৱাৰ যুগ) যে দ্বিতীয় মহাযুদ্ধৰ আগলৈকে সম্প্ৰসাৰিত আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ভাব আৰু ৰূপ (spirit and form)ৰ জন্ম আৰু বিকাশ ঊনবিংশ শতিকাতে হৈছিল। তদুপৰি ডঃ নেওগে বিংশ শতিকাৰ প্ৰথমাৰ্ধৰ আধুনিক অসমীয়া সাহিত্য যে লক্ষ্মীনাথ বেজ-বৰুৱাৰ সাহিত্যক ব্যক্তিত্বৰ দ্বাৰা নিয়ন্ত্ৰিত সেই কথাও দ্ব্যৰ্থহীনভাৱে



কৈছে। তেওঁ অসমীয়া সাহিত্যৰ দুটা সোণালী যুগৰ চিনাকি দি কৈছে, "প্ৰথম সোণালী যুগৰ সৃষ্টি হৈছে শংকৰী সাহিত্য। এই সাহিত্যৰ কেন্দ্ৰীয় পুৰুষ আছিল শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰতিভাশালী শিষ্য মাধৱদেৱ।" আৰু 'বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ আধুনিক অসমীয়া সাহিত্যক একগোট কৰি তাৰ আধ্যাত্মিক ধৰণীস্বৰূপে একমাত্ৰ লক্ষ্মী-নাথ বেজবৰুৱাৰ বিশাল ব্যক্তিত্বই বৰ্তমান। নিঃকিন হ'লেও বৰ্তমান যুগটো অসমীয়া সাহিত্যৰ দ্বিতীয় সোণালী যুগ।"

এই দুটা যুগৰ দুটি কেন্দ্ৰীয় ব্যক্তিত্ব শংকৰদেৱ আৰু বেজবৰুৱা —ডঃ নেওগৰ অধ্যয়নৰ ঘাই উদ্দীপকো আছিল আৰু বিষয়ো আছিল। প্ৰসংগত উল্লেখযোগ্য যে বেজবৰুৱাই শংকৰদেৱক আধুনিক মানুহৰ বাবে ন-কৈ আৱিষ্কাৰ আৰু প্ৰতিষ্ঠা কৰি গ'ল। শংকৰদেৱৰ ব্যক্তিত্ব, প্ৰতিভা আৰু কৰ্মৰাজিক অস্বীকাৰ কৰিবলৈ বিচৰা সকু গোটবোৰৰো মুখ মাৰি বেজবৰুৱাই বাঁহীত লিখা ৰচনাৰে শংকৰদেৱৰ নৱমুল্যায়ন প্ৰতিষ্ঠা কৰিলে; তদুপৰি বাণীকান্ত কাকতিয়ে 'ভবানন্দ পাঠক' নামেৰে লিখা কঠোৰ সমালোচনাত্মক প্ৰবন্ধ লানি বাঁহীত প্ৰকাশ কৰি 'আসাম প্ৰদীপিকা'ৰ মত আৰু মন্তব্যৰ শক্তিশালী প্ৰত্যুত্তৰ দাঙি ধৰিলে। যথাৰ্থতে বেজবৰুৱাৰ মাজতেই ঊনবিংশ শতিকাৰ অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক জাতীয় চৈতন্যই সবল প্ৰকাশ লাভ কৰিলে। অসমীয়া ভাষাৰ যিটো মান্যৰূপ হেমচন্দ্ৰ বৰুৱাই প্ৰতিষ্ঠা কৰি গ'ল, যাৰ বিষয়ে বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত সশ্ৰদ্ধ উল্লেখ কৰি গৈছে সেই মান্যৰূপৰ সাহিত্যিক বিকাশ আৰু প্ৰতিষ্ঠা দান কৰিলে বেজবৰুৱাই; অসমৰ প্ৰাচীন সাংস্কৃতিক ঐতিহ্য যি নৱ-বৈষ্ণৱ আন্দো-লনৰ মাজত শংকৰদেৱৰ যোগেদি আহি নতুন আয়তন লৈ প্ৰতিষ্ঠিত হ'ল, সেই সাংস্কৃতিক ঐতিহ্যৰ প্ৰতি আকৰ্ষণ আৰু শ্ৰদ্ধাও জগাই তুলি গ'ল বেজবৰুৱাই; অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস চৰ্চাৰ, অসমৰ লোকজীৱন আৰু লোক-সংস্কৃতি চৰ্চাৰ আৰু অসমৰ সামগ্ৰিক ইতিহাস চৰ্চাৰো পথ প্ৰশস্ত কৰি গ'ল বেজবৰুৱাই। ডঃ নেওগে বেজবৰুৱাৰ

মাজেদিয়েই শংকৰদেৱক প্ৰত্যক্ষ কৰিছে আৰু বেজবৰুৱাক প্ৰত্যক্ষ কৰিছে বেজবৰুৱায়েই প্ৰতিষ্ঠা কৰি যোৱা "নতুন প্ৰাণৰ ন-চকুযুৰি' ৰে অৰ্থাৎ শেষ উনবিংশ শতিকা আৰু বিংশ শতিকাৰ প্ৰথমভাগতে গঢ় লৈ উঠা প্ৰাচ্য আৰু প্ৰতীচ্য দৃষ্টিভংগীৰ সমন্বিত দৃষ্টিভংগীৰ মাজেদি। ডঃ নেওগেই আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্বক— 'বেজবৰুৱাৰ যুগ' আখ্যা দি "জোনাকী'ৰ জন্মৰ পৰা দ্বিতীয় বিশ্বযুদ্ধৰ আৰম্ভণিলৈকে এই সময়ছোৱাৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীক এটি নতুন চিনাকি দি গ'ল। এই চিনাকি কেৱল ব্যক্তিনিষ্ঠ মূল্যায়নৰ সপ্ৰশংস চিনাকি নহয়; বৰং সমগ্ৰ যুগটোৰ নিৰ্যাস সঠিকভাবে এই পৰিচয়ৰ মাজেদিয়েই যে ফুটি উঠিছে সেই বিষয়ে দ্বিমত হ'বলগীয়া নাই। জাতীয় চৈতন্য, উদাৰ মানৱিকতাবাদী দৃষ্টিভংগী আৰু ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধা— উনবিংশ শতিকাৰ এইকেইটা ঘাই উপাদানৰ লগত ডঃ নেওগৰ মাজত সংযুক্ত হৈছিলহি তথ্যৰ শুদ্ধতা আৰু যুক্তিৰ উপযোগিতাৰে প্ৰতিটো বিষয় বিচাৰ কৰি চোৱাৰ এক বৈজ্ঞানিক দৃষ্টিভংগী। ইয়াৰ ফলস্বৰূপে উনবিংশ শতিকাৰ ৰোমাণ্টিক ভাৱাবেগ বিংশ শতিকাৰ বৈজ্ঞানিক যুক্তিবাদৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ল আৰু অসমীয়া ভাষাৰ— ভাষা-সাহিত্য-সংস্কৃতিৰ সমালোচনাক এটা সন্তুলিত ৰূপত প্ৰতিষ্ঠিত কৰিলে।

ডঃ নেওগে এনে এক দৃষ্টিভংগী আহৰণ কৰিব পৰাৰ গুৰিতে আছিল তেওঁৰ তীব্ৰ সংবেদনশীল মন আৰু মেধা, এহাতে সংস্কৃত আৰু আনহাতে ইংৰাজী ভাষাৰ লগত ঘনিষ্ঠ পৰিচয় আৰু আনহাতে বিজ্ঞান আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ লগত থকা পৰিচয়। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে নেওগে প্ৰৱেশিকাত উত্তীৰ্ণ হৈ কটন কলেজত বিজ্ঞান বিভাগৰ আই. এ: অৰ্থাৎ প্ৰাক্স্নাতক শ্ৰেণীত ভৰ্তি হৈছিল। আই. এ.ত উত্তীৰ্ণ হোৱাৰ পিছত তেওঁ বিজ্ঞান এৰি কলা শাখালৈ আহে আৰু ইংৰাজীত 'সন্মান'ৰ বিষয় লৈ পঢ়াশুনা কৰে। পাশ্চাত্য সাহিত্য, চিন্তা, ভাৱনাৰ লগত ইংৰাজী সন্মানৰ বিষয়টিয়ে তেওঁৰ পৰিচয় গাঢ়



কৰি তোলে। প্ৰাকস্নাতক শ্ৰেণীত থাকোঁতেই এ. এছ. এল., ক্লাবৰ লগত যুক্ত হোৱা, 'কটননিয়ান'ত ইংৰাজী কবিতাৰে কাব্য প্ৰয়াস কৰা (stray pleasures), ইংৰাজী ভাষাত হোমছ আৰু নিকোলছ নামৰ দুগৰাকী মহিলাই অসমীয়া সাহিত্যৰ বিষয়ে লিখা প্ৰবন্ধ অসমীয়ালৈ অনুবাদ কৰি চমু পাতনিৰে সৈতে 'আৱাহন'ত প্ৰকাশ কৰা, সূৰ্যকুমাৰ ভূঞাৰ নিৰ্দেশত, আনন্দৰাম ঢেকিয়াল ফুকনৰ (A Native ছদ্মনামত লিখা) A Few Remarks on the Assamese Language and Vernacular Education in Assam অসমীয়ালৈ অনুবাদ কৰি 'আৱাহন'ত ধাৰাবাহিকভাৱে প্ৰকাশ কৰা আদি কাৰ্যৰে নেওগৰ লিখক-জীৱনৰ শুভ আত্মপ্ৰকাশ ঘটিল (জীৱনৰ দীঘ আৰু বাণি, ১২১-১২২ পৃঃ)। তাৰো আগতেই অৱশ্যে স্কুলীয়া জীৱনতে লিখক জীৱনৰ অংকুৰটিৰ উদগম ঘটিছিল। কবিতা লিখা, হাতেলিখা আলোচনী, বাতৰিকাকত উলিওৱা, বেজবৰুৱাৰ 'বাঁহী'ত গল্প লিখা (জী. দী. বা, পৃঃ ৭৮ ৭৯) আদিৰ মাজতে দুপতীয়া লিখকজন ওলাই আহিছিল। কলেজত পঢ়াৰ সময়ত চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য, জ্ঞানদাভিৰাম বৰুৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী, সৰ্বেশ্বৰ শৰ্মা কটকী, দৈৱচন্দ্ৰ তালুকদাৰ, উমেশচন্দ্ৰ চৌধাৰী, মহেন্দ্ৰনাথ ডেকা ফুকন, মাধৱচন্দ্ৰ বেজবৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা, কালিৰাম মেধিৰ দৰে কবি, দেশপ্ৰেমিক লিখক, প্ৰত্নতাত্ত্বিক, ভাষাতাত্ত্বিক সকলৰ সান্নিধ্য লাভ হৈছিল। আনহাতে সূৰ্যকুমাৰ ভূঞাৰ দৰে সকলো বিষয়তে পৰিচ্ছন্নতা আৰু পৰিপাট্য বজাই ৰাখোতা জাতীয়তাবাদী ঐতিহাসিক আৰু কবিক আৰু অসমীয়া ভাষা, সাহিত্য আৰু সামাজিক নৃতাত্ত্বিক বিষয়ক স্বচ্ছ আৰু গভীৰ দৃষ্টিৰে তলিলৈকে চাই মূল্যায়ন কৰাৰ বিৰল ক্ষমতাৰ অধিকাৰী বাণীকান্ত কাকতিৰ দৰে পণ্ডিতক কলেজীয়া জীৱনৰ শিক্ষক-স্বৰূপে পাই সেইসকলৰ সান্নিধ্যৰ দ্বাৰাও অনুপ্ৰাণিত হোৱাৰ সুযোগ তেওঁ লাভ কৰিছিল। এই দুয়োগৰাকী শিক্ষকৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা ডঃ নেওগে যথাস্থানত অকুণ্ঠ চিত্তে প্ৰকাশ কৰি গৈছে। দেখা

যায় এই সুযোগবাকীৰ কামেও যেন ডঃ নেওগৰ বাবে আহিঁ বাহিৰৰ ৰূপৰ আহিঁ নহয়, চিন্তা আৰু ভাবনাবো আহিঁ। উনবিংশ শতিকাৰ জাতীয়তাবাদ, ঐতিহ্যপ্ৰীতি আৰু মানৱিকতাবাদ আৰু নৱন্যাস জাগৰণে অনা জ্ঞান সাধনাৰ প্ৰতি আগ্ৰহ এই বৌদ্ধিক বিশিষ্টতাসমূহ 'জোনাকী যুগৰ সাৰথি' সকলৰ সকলোৰে মাজেদি কম-বেছি পৰিমাণে প্ৰকাশিত হৈছিল; অৱশেই বেজবৰুৱাৰ মাজত ইবিলাকৰ সৰ্বোচ্চ বিকাশ ঘটিছিল, আৰু বেজবৰুৱাৰ বৌদ্ধিক উত্তৰাধিকত্বই বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ সূৰ্যকুমাৰ ভূঞা আদিৰ মাজেদি একো একোটি দিশত উজ্জ্বল প্ৰকাশ লাভ কৰিছিল। মহেশ্বৰ নেওগে শঙ্কৰদেৱ বেজবৰুৱা-বাণীকান্তৰ যিটো ধাৰা সেই ধাৰাৰ অনুগামী স্বৰূপেই নিজৰ বৌধিক জগত গঢ়ি তুলিলে। এনেকৈয়ে ডক্টৰ নেওগে উনবিংশ শতিকাৰ বৌধিক উত্তৰাধিকত্বও লাভ কৰিলে আৰু বিংশ শতিকাৰ আধুনিকতাবাদৰ ফালেও চকু দিলে।

## পাশ্চাত্য বৈজ্ঞানিক দৃষ্টিভংগী

পূবৰ যে বৈজ্ঞানিক দৃষ্টিভংগী এটি আমাৰ ন্যায়শাস্ত্ৰ আৰু দৰ্শনসমূহৰ মাজত আৰু গণিত আৰু জ্যোতিষ-চৰ্চাৰ মাজত নাছিল, এনে নহয় কিন্তু পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাই আমাৰ জীৱনৰ নিয়ন্ত্ৰক হৈ উঠাত স্বাভাৱিকতে পশ্চিমীয়া দৃষ্টি আৰু বিদ্যায়তনিক পদ্ধতিৰ প্ৰভাৱ প্ৰবল হৈ পৰিল। স্নাতক শ্ৰেণীত ইংৰাজী অনাৰ্চ লৈ, অসমীয়া, সংস্কৃত আৰু ইতিহাস বিষয় হিচাপে বাছি ল'লে, "নিজৰ দেশখনক বুজিবৰ কাৰণে" (জী৹দী৹বা৹, ১২৫); শ্বেইক্সপীয়েৰ, গেলছৱৰ্ডি, টমাছ হাৰ্ডি, ৱৰ্ডছৱাৰ্থ, শ্বেলী, কীটছ, বাইৰন, টেনিছন, আৰ্নল্ড, হেজলিট আদিৰ লগত ঘনিষ্ঠ পৰিচয় স্থাপন কৰি ইউৰোপীয় সাহিত্যৰ ধাতু বুজি পাবলৈ যত্ন কৰিলে; আৰু এই পৰিচয়ে মহেশ্বৰ নেওগৰ পৰৱৰ্তী কালৰ কৃতি আৰু কৃতিত্বৰ সৌধ নিৰ্মাণৰ বাবে এটি শকত ভেটি বান্ধি দিলে। এহাতে সংস্কৃত ব্যাকৰণ আৰু সাহিত্য, আনহাতে ইংৰাজী ভাষা-সাহিত্য আৰু আনফালে দেশৰ ইতিহাস—



এই তিনিওটাৰ সমন্বিত অৱিহণাই ডঃ নেওগৰ মাজত ৰসগ্ৰাহী মন, ঐতিহাসিক দৃষ্টিভংগী আৰু ভাষাৰ শুদ্ধতাৰ প্ৰতি সতৰ্কতা গঢ়ি তুলিলে। তদুপৰি, তথ্য আৰু যুক্তিনিৰ্ভৰ বৈজ্ঞানিক দৃষ্টিভংগীও তেওঁ আহৰণ কৰিলে। আৱেগ-নিৰ্ভৰ নৱন্যাসিকতাবাদ তেওঁৰ কবিমনটোৰ সীমাৰ মাজতে বন্দী হ'ল। তেওঁৰ আগবয়সত লিখা আৰু শেহ বয়সত প্ৰকাশ কৰা 'ৰক্তকমল'ৰ মাজত ছন্দোবদ্ধ কবিতাৰ আৰু পিছৰ বয়সত ৰচনা কৰা 'মুছাফিৰখানা' আৰু 'সঞ্চাৰিণী দীপশিখা'ৰ কবিতাৰ মাজত কবি নেওগৰ দুটা কবিসত্তাৰ পৰিচয় ফুটি উঠিছে তথ্যানুসন্ধানী, বস্তুনিষ্ঠ, ঐতিহাসিক-চেতনাসম্পন্ন বৈজ্ঞানিক দৃষ্টীভংগী। সেইবাবেই পূৰ্বৰ কোনো ব্যৱহৃত তথ্য যদি নতুনকৈ পোৱা তথ্যই নাকচ কৰিছে, তেওঁ বিনাদ্বিধাই তাক গ্ৰহণ কৰিছে। উদাহৰণ: উনবিংশ শতিকাত অসমৰ পৰা অসমীয়া ভাষা অপসাৰণ কৰি বঙলা ভাষা প্ৰৱৰ্তন কৰাৰ সম্পৰ্কে 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ প্ৰথম সংস্কৰণত প্ৰকাশ কৰা অভিমত পৰৱৰ্তী সংস্কৰণত সংশোধন কৰা কৰা কাৰ্যলৈ আঙুলিয়াই দিব পাৰি। তেনেদৰে 'মায়ামৰীয়া বিদ্ৰোহ' সম্পৰ্কীয় ডঃ নেওগৰ বিশ্লেষণলৈও আঙুলিয়াব পাৰি।

## পুথি-সম্পাদনাৰ বৈজ্ঞানিক দৃষ্টিভংগী

ডঃ নেওগৰ কৃতি আৰু কৃতিত্বৰ উজ্জ্বল পৰিচয় ৰহন কৰিছে তেখেতে সম্পাদনা কৰা পুথিসমূহে। এই যাত্ৰা আৰম্ভ হৈছিল শঙ্কৰদেৱৰ 'ভক্তি-প্ৰদীপ'ৰ সম্পাদনাৰে ১৯৫৪ চনত। ভক্তি প্ৰদীপেই তেখেতক শঙ্কৰদেৱৰ অধিক ওচৰ চপাই লৈ গ'ল। অৱশ্যে তেতিয়া বিষয়ৰ তথা তথ্যৰ শুদ্ধতাৰ ওপৰত গুৰুত দিলেও পাঠ-সমীক্ষাৰ পদ্ধতি প্ৰয়োগ কৰা হোৱা নাছিল। ১৯৪৯ চনত সম্পাদনা কৰি উলিওৱা আধুনিক যুগৰ কবি হিতেশ্বৰ বৰবৰুৱাৰ 'চকুলো আৰু মালচ'ৰ পাঠৰ সম্পাদনা কৰাৰ প্ৰয়োজন হোৱা নাছিল। ১৯৫৩ চনত প্ৰকাশিত 'আচাৰ্য সংহতি' (সংস্কৃতত ৰচিত ৰ ৰা ১৯৫১ চনত প্ৰকাশিত 'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত'ৰ ক্ষেত্ৰতো দেখা যায়—পুথিৰ

বয়স, বিষয়, লিখক, ভাষা আদিৰ বিষয়ে আলোচনা কৰোঁতে ঐতিহাসিক দৃষ্টিভংগীয়েই ঘাইকৈ ক্ৰিয়া কৰিছিল। পীতাম্বৰ কবিৰ 'উষা পৰিণয়' (প্ৰথম সংস্কৰণ ১৯৫১) আৰু দুৰ্গাবৰ কায়স্থৰ 'গীতি-ৰামায়ণ' (১৯৬০)ৰ ক্ষেত্ৰত কিন্তু ৰসৰ বিচাৰো কৰি মূল্যায়ন কৰাৰ যত্ন কৰিছে। লগতে তথ্যৰ শুদ্ধতাৰ ওপৰত দিয়া গুৰুত্ব আছেই। ১৯৫৪ চনত প্ৰকাশিত হৰিবৰ বিপ্ৰৰ 'লৱকুশৰ যুদ্ধ' আৰু ১৯৬১ চনত প্ৰকাশিত 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ মাজতো নেওগৰ বৈজ্ঞানিকভাৱে তথ্যানুসন্ধানকাৰী মনটোৰ পৰিচয় ফুটি উঠিছে। বৰজনা নেওগ আৰু আন অনেকে 'হৰিহৰ বিপ্ৰ' বুলি ঠাৱৰোৱা নামটো যে 'হৰিহৰ বিপ্ৰ' হ'ব লাগে, সেই তথ্যটো প্ৰতিপন্ন নকৰালৈকে তেওঁ এৰি দিয়া নাই। পিছৰ কালতো দেখা গৈছে, কোনো অসত্য তথ্য বা ভুল ব্যাখ্যা কোনোবাই কৰিলে নেওগে সজোৰে, যুক্তি আৰু তথ্য সহকাৰে তেনে তথ্য আৰু ব্যাখ্যা খণ্ডন কৰিছে। 'বৰগীত' সম্পৰ্কে ৰাজমোহন নাথৰ ব্যাখ্যা আৰু অভিমত কঠোৰ ভাষাৰে সমালোচনা কৰি আনকি ন্যায়ালয়ত থিয় দিয়াৰ প্ৰয়োজনো হৈছিল; শেহত কিন্তু ডঃ নেওগৰ যুক্তিয়েই ৰক্ষা পৰিছিল। শঙ্কৰদেৱৰ 'কীৰ্তন-ঘোষা' আৰু মাধৱদেৱৰ 'নামঘোষা' সম্পাদনাৰ সময়ত মূল পাঠৰ সম্ভাব্য শুদ্ধ ৰূপ দিয়াৰ বাবে কৰি যোৱা যত্ন উল্লেখযোগ্য। ৰামানন্দ দ্বিজ আৰু ৰামগোপাল প্ৰণীত শঙ্কৰদেৱ আৰু ভৱানীপুৰীয়া গোপাল আতাৰ চৰিত (প্ৰকাশ ১৯৫৭), পঢ়িয়া মাধৱ আতাৰ চৰিত (১৯৭১), বৰদোৱা গুৰুচৰিত (১৯৭৭) —এই চৰিত পুথিসমূহৰ সম্পাদনাৰ শীৰ্ষ বিন্দুটো 'গুৰুচৰিত কথা'ৰ সম্পাদনা (১৯৮৬)। মন কৰিবলগীয়া কথা, ডঃ নেওগে ভট্টদেৱৰ ক্ষেত্ৰতো 'কথা-ভাগৱত' বা 'কথা-গীতা' বুলি ন-কৈ 'ভাগৱত-কথা' বা 'গীতা-কথা' ব্যৱহাৰ কৰিছে; আৰু গুৰুচৰিতৰ ক্ষেত্ৰতো কথাত লিখাখনিক 'গুৰুচৰিত-কথা'হে বুলিছে, 'কথা-গুৰুচৰিত' বোলা নাই। আমাৰ পৰম্পৰাত 'কথা' শব্দটি সদায় পিছত ব্যৱহৃত হোৱালৈ চাই (ৰামকথা, কৃষ্ণ কথা), ভাগৱত গীতা



আৰু গুৰুচৰিতৰ ক্ষেত্ৰতো যে পিছত ব্যৱহৃত হ'লেহে যথাযথ হ'ব, সেই বিষয়ে বোধকৰোঁ দ্বিমত হ'বলগীয়া নাই। তদুপৰি এই পুথিসমূহ বিশেষকৈ 'ভাগৱত কথা', 'বৰদোৱা গুৰুচৰিত' আৰু 'গুৰুচৰিত কথা' সম্পাদনাৰ সময়ত ডঃ নেওগে সমীক্ষিত পাঠ প্ৰস্তুত কৰি পাঠত থাকিব পৰা ক্ৰটী দূৰ কৰি সম্ভাব্য মূল পাঠ দাঙি ধৰিবলৈ যত্ন কৰিছে। উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত 'কথা গুৰুচৰিতৰ' অসম্পূৰ্ণতা আৰু পাঠৰ বিকাৰ আঁতৰাই 'গুৰুচৰিত কথা'ক ডঃ নেওগে গ্ৰহণীয় ৰূপ দিগ'ল; তদুপৰি বিস্তৃত ভূমিকাত 'গুৰুচৰিত কথা'ৰ প্ৰাসংগিকতাই বিচৰা প্ৰতিটো বিষয়ৰ বিচাৰ সন্নিবিষ্ট কৰা গৈছে।

ডঃ নেওগে সম্পাদনাৰ সময়ত গুৰুত্ব দিয়া বিষয়কেইটি হ'ল— (১) পুথিৰ বয়স, (২) লিখকৰ নাম, স্থান, সময়, শিক্ষা, অন্যান্য অৰ্হতা, (৩) পুথিৰ আখৰ, (৪) পুথিৰ বিষয়ৰ বিচাৰ, (৫) পুথিৰ ভাষা আৰু ব্যাকৰণগত বিশিষ্টতাসহ, (৬) পুথিত উল্লিখিত প্ৰসংগ আৰু (৭ পুথিখনিৰ গুৰুত্ব। তেখেতে সম্পাদনা কৰি যোৱা পুথিৰ ভিতৰত কেইখনমান পুথিয়ে পৰৱতী কাললৈ আৰ্হি ৰাখি থৈ গৈছে। তাৰ ভিতৰত (১) শ্ৰীহস্তমুক্তাৱলীৰ অসমীয়া সংস্কৰণ, (২) শ্ৰীহস্তমুক্তাৱলীৰ সংস্কৃত মূল আৰু ইংৰাজী ভাঙনিৰ সংস্কৰণ, (৩) বিশ্বমংগলৰ অসম-সংস্কৰণ, (৪) হৰিস্মৃতি-সুধাংকুৰ, (৫) সত্ৰীয়া নৃত্য, (৬) প্ৰাচ্য শাসনাৱলী, (৭) গুৰুচৰিত কথা, (৮) অৰুনোদই, (৯) ভক্তি-ৰত্নাকৰ— এইকেইখনি প্ৰধান— প্ৰত্যেকখনিৰ সম্পাদনাৰ ক্ষেত্ৰত ডঃ নেওগে প্ৰতিটো বিষয়ৰ ইতিহাস, তথ্য আৰু তাত্বিক বিশেষত্বৰ ওপৰত কেনেভাৱে গুৰুত্ব দিছে সি লক্ষ্যণীয়। ভাব, বিষয়, ৰূপ আৰু ৰস— এই চাৰিওটি চকুৰ আগত ৰাখি কৰা বিশ্লেষণৰ দ্বাৰা প্ৰতিটো বিষয়েই হৈ উঠিছে নিটোল, নিখুঁত আৰু নিৰ্ভৰযোগ্য।

ডঃ নেওগৰ সম্পাদনাৰ ঘাই বিশেষত্বই হ'ল মূল পাঠ উদ্ধাৰ, নিৰ্ভৰযোগ্য মূল পাঠৰ আৱিষ্কৃত ৰূপৰ সংৰক্ষণ, মূল পাঠৰ প্ৰয়োজন থলত পুনৰ্নিৰ্মাণ, প্ৰতিটো শব্দৰ প্ৰয়োগ মূল পাঠৰ ভাব, বিষয়, সময়

আৰু ভাষাৰ পটভূমিত বিচাৰ কৰি চোৱা আৰু ভূমিকাত এক সমীক্ষাত্মক আলোচনা দাঙি ধৰা। ভাৰতবৰ্ষত সমীক্ষিত পাঠ প্ৰস্তুত কৰাৰ ক্ষেত্ৰত ভি. এছ. সুকথঙ্কৰ আৰু এছ. এম কাত্ৰেৰ আলোচনা-মূলক গ্ৰন্থই বিশেষ বৰঙণি যোগাইছে। তদুপৰি পুণাৰ ভাণ্ডাৰকাৰ ইন্‌ষ্টিটিউট্ অব অৰিয়েণ্টেল ৰিছাৰ্চৰ নাম লবই লাগিব। ডঃ নেওগ এই অনুষ্ঠানৰ আজীৱন সদস্য আছিল আৰু পাঠ সমীক্ষাৰ তাত্বিক আৰু প্ৰায়োগিক দিশটোৰ লগত ঘনিষ্ঠভাৱে পৰিচিত হৈছিল। মন কৰিবলগীয়া এয়ে যে এই ঘনিষ্ঠতাৰ দ্বাৰা তেখেতে যিখিনি আহৰণ কৰিলে, সেইখিনিৰে অসমীয়া পুথিৰ পাঠ-নিৰ্ণয় আৰু সম্পাদনাক এক নতুন আয়তন দি গ'ল। এই দিশত ডঃ নেওগ অসমত অদ্বিতীয় হৈ আছে। তেখেতে ৰচনা কৰা 'পাঠ-সমীক্ষা' বিষয়ক তত্বৰ পুথি-খনে এই বাটেৰে যোৱাসকলক সদায় পোহৰ দেখুৱাই থাকিব।

আধুনিক গ্ৰন্থসমূহ সম্পাদনাৰ ক্ষেত্ৰতো ডঃ নেওগে অসমত এক আৰ্হি স্থাপন কৰি দিছে। বেজবৰুৱাৰ 'দিনলেখা', 'পত্ৰলেখা', 'চিত্ৰলেখা' আৰু তেখেতে সংকলন কৰা, 'সঞ্চয়ন', 'ভক্তি-গীত সংকলন', 'ব্ৰজবুলি গীতগুচ্ছ', 'বাণীকান্ত চয়নিকা' আদি প্ৰতিখন গ্ৰন্থই সম্পা-দনাৰ ক্ষেত্ৰত তেখেতৰ দৃষ্টিৰ তীক্ষ্ণতা তথা সূক্ষ্মতা ধৰি ৰাখিছে। এই গ্ৰন্থসমূহৰ 'ভূমিকা' সমূহ আমাৰ সাহিত্য আলোচনাৰ ভঁৰালৰ একো একোটি মূল্যবান সম্পদ। সম্পাদিত ৫০ খন গ্ৰন্থৰ প্ৰত্যেকখনিয়েই অসমৰ গ্ৰন্থ সম্পাদকসকলৰ বাবে উত্তম আৰ্হিস্বৰূপে দি থাকিব।

## ইতিহাস-ৰচনা

ডঃ নেওগৰ প্ৰখৰ ইতিহাস-চেতনা আন এটি মন কৰিবলগীয়া বিষয়। তেখেতে আমাৰ সাংস্কৃতিক ইতিহাসৰ অধ্যয়নৰ ক্ষেত্ৰত এই চেতনাৰ পৰিচয় ৰাখি থৈ গৈছে। 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' শীৰ্ষক গ্ৰন্থখনিত কোনো কোনোৱে তেখেতৰ গুৰু বাণীকান্ত কাকতিৰ 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'ৰ প্ৰভাৱ লক্ষ্য কৰিব খোজে। কিন্তু তেনে কৰাসকলে এটা কথা পাহৰি যায় যে গ্ৰন্থ দুখনিৰ



শিৰোনামাতে দুয়োখনিৰে লক্ষ্য উল্লিখিত হৈ আছে। ডঃ কাকতিৰ সমাজতাত্বিক আৰু নৃ-তাত্বিক বিচাৰ বা ঐতিহাসিক দৃষ্টিভংগীৰ লগত ডঃ নেওগৰ বিচাৰৰ বিৰোধ নাই। কিন্তু কাকতিয়ে পুৰণি ধৰ্মৰ ধাৰাসমূহৰ বিচাৰ-বিশ্লেষণেৰে সিবিলাকৰ সামাজিক-নৃতাত্বিক পৰিচয় আৰু ভাৰতীয় ধৰ্মৰ ইতিহাসত অসমৰ স্থানৰ ইংগিত দি গৈছে। ডঃ নেওগে পুৰণি অসমীয়া সমাজ-জীৱনৰ পটভূমিত সাং-স্কৃতিক ধাৰাসমূহ উত্থাপন কৰিছে। তেখেতৰ 'Religions of the North-East' 'অসম ধৰ্মৰ বুৰঞ্জী : আন্ধাৰ আৰু পোহৰ' এই দুখনি গ্ৰন্থৰ ক্ষেত্ৰতো সামাজিক-ঐতিহাসিক (socio-historical) দৃষ্টিভংগী লক্ষ্য কৰিব পাৰি। চৰিত পুথি কেইখনি সম্পাদনা কৰোঁতে (ৰামানন্দ দ্বিজৰ 'গুৰুচৰিত', 'বৰদোৱা চৰিত' আৰু 'গুৰুচৰিত কথা') তেখেতৰ এই ঐতিহাসিক দৃষ্টিয়ে গ্ৰন্থকেইখনিৰ ঐতিহাসিক স্থানো নিৰ্ণয় কৰি দি গৈছে। এহাতে বিষয়ৰ প্ৰতি তেখেতৰ গভীৰ আকৰ্ষণ আৰু আনহাতে বিষয়-বিচাৰত নিৰ্মোহ স্থিতি এই দুয়োটাৰে এক বিৰল সমন্বয় তেখেতৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ মাজতো ফুটি উঠিছে। আমাৰ সাহিত্যৰ বুৰঞ্জী-কাৰসকলৰ ভিতৰত ডিম্বেশ্বৰ নেওগৰ বৈষ্ণৱ সাহিত্য আৰু নৱন্যাস দুগৰ সাহিত্যৰ আলোচনাত ৰস-বিচাৰৰ দৃষ্টিয়ে স্পৰ্শ কৰি গৈছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' তথা 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত বিষয়ৰ পৰিচয় সহজভাৱে দাঙি ধৰাৰ যত্ন কৰা হৈছে; আৰু ডঃ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত তথ্যৰ শুদ্ধতা নিৰ্ণয়ত আৰু প্ৰতিটো বিষয়ৰ ঘাই ভাব-শক্তি (spirit) চিনাক্ত কৰাত গুৰুত্ব দিয়া হৈছে। 'আধুনিক অসমীয়া সাহিত্য' শিৰোনামাৰে সংকলিত গ্ৰন্থখনিত সন্নিবিষ্ট ৰচনাকেইখনিত ৰসৰ পৰি-চয় দাঙি ধৰাৰো যত্ন কৰা হৈছে। আধুনিক সাহিত্য-বিচাৰত তেখেতৰ দৃষ্টিভংগীও আধুনিক। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ আধুনিক ভাগটি আৰু এই বিষয়ৰ অন্যান্য ৰচনাসমূহতো আমি এই

দৃষ্টিভংগীৰ পৰিচয় পাওঁ। ডঃ নেওগৰ সাহিত্য-সমালোচনাৰ আৰু এটি বৈশিষ্ট মন কৰিবলগীয়া। সেই বিশেষত্ব হ'ল – ডঃ নেওগে বিষয়সমূহৰ নিৰ্ভৰযোগ্য পৰিচয় দাঙি ধৰে; বিশেষ এটা নিজা দাৰ্শনিক দৃষ্টিৰে সিবিলাকৰ পৰিচয় দিয়াৰ যত্ন নকৰে; অৰ্থাৎ তেওঁ যিমান দূৰলৈকে সম্ভৱ সিমানলৈকে নিৰপেক্ষ ঐতিহাসিক বিচাৰকৰ দায়িত্ব পালন কৰে। সেইবাবে কোনো বিশেষ দাৰ্শনিক গোটেই বিচাৰৰ বিপক্ষে ক'বলগীয়াও নাথাকে।

## ভক্তি আন্দোলন আৰু শ্ৰীশঙ্কৰদেৱৰ অধ্যয়ন

ডঃ নেওগৰ অধ্যয়নৰ এক বিশাল অংশ আগুৰি আছে শংকৰদেৱে। তেঁখেতৰ গৱেষণাৰ বিষয়ো আছিল শঙ্কৰদেৱ আৰু তেওঁৰ সময় (Sankaradeva and His times) প্ৰাচ্যতত্ত্ববিদ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈয়ে ডঃ নেওগৰ এই গ্ৰন্থক— "An outstanding contribution" বুলি কৰা মন্তব্য প্ৰণিধানযোগ্য। প্ৰথিতযশা পণ্ডিত ডঃ সুশীলকুমাৰ দে, যি ডঃ নেওগৰ গৱেষণা গ্ৰন্থৰ অন্যতম পৰীক্ষক আছিল, তেওঁ লিখিছিল, "This is the first connected and fully documented account in English that I have read of Sankaradeva and his times. The thesis gives ample evidence of diligent scholarship, a real and painstaking zeal in investigation inspired by a love of the subject itself, and a remarkable grasp over the fundamental questions,.... It definitely markes a great contribution to the study of Vaisnavism," দক্ষিণ ভাৰতৰ এগৰাকী প্ৰসিদ্ধ পণ্ডিত K. A Nilakanta Sastriয়ে ডঃ নেওগৰ গৱেষণা গ্ৰন্থখনিৰ সম্পৰ্কে উচ্চ অভিমত প্ৰকাশ কৰাৰ উপৰিও স্থানান্তৰত ডঃ নেওগৰ বিষয়েও He is one of the top experts of Assam in several cultural subjects, including Sanskrit, Assamese, Bengali, Art, Architecture, Music, Dance and Drama." Sankardeva and His Timesৰ পৰ্যালোচনা কৰি প্ৰসিদ্ধ Dr. V Raghavanএ মাদ্ৰাজৰ Journal of Oriental Research পত্ৰিকাত কৰা মন্তব্য বা Journal of Ancient Indian History য়ে দিয়া অভিমত, ডঃ নীহাৰৰঞ্জন ৰায়, ডঃ ডি. চি সৰকাৰ আদি প্ৰথিতযশা পণ্ডিতসকলে এই গ্ৰন্থখনিৰ ভূয়সী প্ৰশংসা কৰি গৈছে।



এই গ্ৰন্থখনিৰে ডঃ নেওগে শঙ্কৰদেৱক অসমৰ বাহিৰৰ আৰু দেশৰো বাহিৰৰ বিদ্বৎমণ্ডলীক শঙ্কৰদেৱৰ কৃতি আৰু কৃতিত্বৰ লগত ব্যক্তিত্ব আৰু প্ৰতিভাৰ লগত পৰিচয় কৰাই দিলে। বেজবৰুৱাই শঙ্কৰদেৱক আধুনিক অসমীয়া মানুহৰ সন্মুখত দাঙি ধৰিলে, ডঃ নেওগে বিশ্বৰ আগত দাঙি ধৰিলে। তেওঁৰ শঙ্কৰদেৱ সম্পৰ্কীয় ৰচনা সংখ্যা আৰু ওজন দুয়োটাতে গধুৰ। অসমীয়াত লিখা শ্ৰীশ্ৰীশঙ্কৰদেৱ যিখন গ্ৰন্থ ডঃ বাণীকান্ত কাকতিয়ে "A scientific endeavour to study the Mahapurusha's genius from all angle" বুলি কৈছিল, যিখন গ্ৰন্থৰ বিষয়ে তত্ত্বদৰ্শী ৰাধানাথ ফুকনে "It is a great book" বুলি কৈছিল সেই গ্ৰন্থৰ উপৰিও নেচনেল বুক ট্ৰাষ্টৰ দ্বাৰা প্ৰকাশিত 'Sankardev' খনিও সৰু হ'লেও উল্লেখযোগ্য। শঙ্কৰদেৱৰ ধৰ্মৰ দাৰ্শনিক তত্ত্বৰ আউল ভাঙি সৰ্বভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ পটভূমিত শঙ্কৰদেৱক স্থাপন কৰি 'ভক্তিৰত্নাকৰ' গ্ৰন্থৰ সম্পাদনাৰে (পাঞ্জাবী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত) ডঃ নেওগে ভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ অধ্যয়নক এটি নতুন আয়তন দান কৰি গ'ল।

শঙ্কৰদেৱৰ দৰ্শন আৰু ধৰ্মতত্ত্বৰ ব্যাখ্যাকে কেৱল তেওঁ কৰি যোৱা নাই; শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা সাংস্কৃতিক ধাৰাসমূহৰ বৈজ্ঞানিক ব্যাখ্যাও ডঃ নেওগেই দাঙি ধৰিছে: Rythm in the Vaisnava Music of Assam, 'স্বৰ-ৰেখাত বৰগীত', 'সত্ৰীয়া নৃত্য— এই

তিনিওখন গ্ৰন্থই সেই বিষয়ত অধ্যয়নৰ পথ মুকলি কৰি দি গৈছে। সত্ৰীয়া নৃত্য আৰু গীত যে ভাৰতীয় ধ্ৰুপদী নৃত্য আৰু গীতৰ অসমীয়া ৰূপ বা শঙ্কৰী ৰূপ, সেই বিষয়ে সন্দেহৰ অৱকাশ নথকাকৈ ডঃ নেওগে স্বমত প্ৰতিষ্ঠা কৰি থৈ গৈছে। আমাৰ সত্ৰসমূহত পৰম্পৰাগতভাবে শিকাই অহা আৰু শিকি অহা বিষয়বোৰৰো ব্যাকৰণ আছে, আৰু এই ব্যাকৰণ যে লিখিত ৰূপলৈ অহাৰ বাবেহে বাট চাই আছে, এই বৈজ্ঞানিক মত আৰু জিজ্ঞাসাক ডঃ নেওগৰ কামেই প্ৰতিষ্ঠা দিলে। তেওঁৰ অসমীয়া পুথিচিত্ৰৰ বিষয়ে লিখা ৰচনাই সেই বিষয়ৰ প্ৰথম ৰচনা। ভাৰতৰ বিভিন্ন ৰাজ্যৰ পুথি চিত্ৰৰ অধ্যয়নৰ লগত ডঃ নেওগৰ ৰচনাই অসমৰ পুথি-চিত্ৰৰ অধ্যয়নো সংযোগ কৰি দিলে। মন কৰিবলগীয়া কথা এয়ে যে আমাৰ চিত্ৰসমূহত মোগল ৰীতিৰ প্ৰভাৱ পৰিলেহিও সি সম্পূৰ্ণ 'মোগলাই' হৈয়ো নপৰিল। তদুপৰি আমাৰ চিত্ৰসমূহৰ 'কম্প'জিছন' ৰীতি আৰু কমস্পেচ'ৰ মাজত একোটা বিষয় দাঙি ধৰাৰ ৰীতি এইবোৰত থলুৱা শিল্পীৰ কল্পনা-প্ৰতিভাৰ যে প্ৰকাশ ঘটিছে ডঃ নেওগৰ ৰচনাই সেই বিষয়ে অৱহিত হ'বলৈকো আঙুলিয়াই দিলে। তেখেতে প্ৰাচ্যবিদ সন্মিলনৰ স্থকুমাৰ কলা শাখা'ৰ সভাপতিৰ ভাষণত কোৱা কথাখিনিও প্ৰণিধানযোগ্য (দ্ৰষ্টব্য, Tradition and Style)। পিছত ডঃ কপিলা বাৎসায়নৰ লগত যুটীয়াভাৱে সম্পাদনা কৰা 'গীত-গোবিন্দ'ৰ প্ৰসঙ্গও এইখিনিতে উল্লেখযোগ্য।

## লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰ গৱেষক

ডঃ নেওগক আমি প্ৰাচ্যতত্ত্ববিদ বুলি অভিধা দিছোঁ। কিন্তু তেখেত যে অসমীয়া লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰো গৱেষক সেই কথা বহুত সময়ত হয়তো পাহৰি থাকো। অসমীয়া গীতি-সাহিত্য আৰু 'চ'তাই পৰেৰত আৰু চিৰি লুইত'ৰ ৰচনাৰ মাজত নেওগৰ বিষয়ে চিনাক্ত কৰাৰ আৰু সমীক্ষাত্মক দৃষ্টিৰে দাঙি ধৰাৰ দক্ষতা প্ৰকাশিত হৈছে। জনজীৱনক তেখেতে যেতিয়াই চাইছে, সূক্ষ্ম দৃষ্টিৰে চাইছে। অসমীয়া লোকজীৱনৰ উপৰিও অৰুণাচলৰ



জন-জীৱন বিষয়ক ৰচনাকেইখনিৰ মাজতো সেই অনুসন্ধিৎসা জাগ্ৰত হৈ আছে। ডঃ কাকতিৰ মাজত থকা সামাজিক-নৃতত্ত্ব অধ্যয়নৰ ধাৰাটো ডঃ নেওগৰ মাজলৈও প্ৰৱাহিত হৈ আহিছে।

ভাষাৰ বিষয়ত ডঃ নেওগৰ দৃষ্টিভঙ্গী বেজবৰুৱাৰ দৃষ্টিভঙ্গীৰ দৰেই— শব্দ প্ৰয়োগত উদাৰ কিন্তু জতুৱা ঠাঁচ ৰক্ষা কৰাত আৰু ব্যাকৰণ মনাত কঠোৰ। ভুল বাক্য গাঁথনি বা বিজতৰীয়া প্ৰকাশ-ভঙ্গী তেওঁ সহিব নোৱাৰিছিল। কাৰোবাৰ লিখাত তেনে পালে তেওঁ অতি কঠোৰভাৱে সমালোচনা কৰিয়েই নেৰিছিল, ব্যংগও কৰিছিল। 'মণিদীপ'ত প্ৰকাশিত 'ভাষাৰ ধেমালি' শিতানৰ প্ৰবন্ধ-লানি তেনে চোকা ধৰণৰ ঔষধ আছিল। আনহাতে 'আকাশবাণী' যোগে প্ৰচাৰিত তেওঁৰ অসমীয়া ভাষা বিষয়ক পাঠলানি আছিল সম্পূৰ্ণ ওলোটা। পিছত নিকা অসমীয়া ভাষা' নামেৰে প্ৰকাশিত এই ৰচনাসমূহ শুদ্ধ অসমীয়া লিখা আৰু কোৱাৰ বাবে প্ৰয়োজনীয় আখৰ জোঁটনিৰ ক্ষেত্ৰত তেখেত আছিল সৰলীকৰণৰ পক্ষপাতী আৰু সেই বাবে কাউৰী, বগলী আদিত হ্ৰস্বই'কাৰ ব্যৱহাৰ কৰা দেখি অনেকে আঁৰত সমালোচনা কৰিছিল। বিদেশী শব্দৰ ক্ষেত্ৰত দন্ত্য আৰু মূৰ্ধ'ণ্য বৰ্গৰ বৰ্ণৰ সংযুক্ত ৰূপটোও অনেকে গ্ৰহণ কৰিব পৰা নাছিল। সেয়ে হ'লেও এনে আখৰ-জোঁটনিৰ ব্যৱহাৰ ঘাইকৈ নিজৰ লিখাতহে কৰিছিল; নিকা অসমীয়া ভাষা'ত বা 'চন্দ্ৰকান্ত অভিধান'ত অন্তৰ্ভুক্ত কৰা নাছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে এতিয়ালৈকে অসমীয়া ভাষাত ৱনছনৰ পৰা আৰম্ভ কৰি ছখন অভিধান প্ৰকাশিত হ'ল; ইয়াৰ ইয়াৰ ভিতৰত 'হেমকোষ'ৰ পিছতেই ডঃ নেওগৰ সম্পাদনাত প্ৰকাশিত চন্দ্ৰকান্ত অভিধানতে কেৱল অভিধান ৰচনা তত্ত্বৰ কিছু প্ৰয়োগ হোৱা দেখা গৈছে। চন্দ্ৰকান্ত অভিধানত থকা ভুল দেখুৱাই ডঃ গোলোকচন্দ্ৰ গোস্বামীয়ে কটু সমালোচনা কৰিছে। কিন্তু ডঃ গোস্বামীয়ে এই অভিধানখনৰ ভাল গুণ-কেইটি আওকাণ কৰি গৈছে। অভিধান কেৱল শব্দৰ পোনপটীয়া অৰ্থ থকা শব্দাৰ্থ-কোষ নহয়; ই শব্দৰ বুৎপত্তি আৰু ব্যৱহাৰৰ

বিভিন্নতাৰ পৰিচয়ো দিব পাৰিব লাগে। সীমিত পৰিসৰত ডঃ নেওগে সেই দিশটোলৈও চকু দি গৈছে।

ত্ৰিশখন মৌলিক গ্ৰন্থ, তিনিখন কবিতাৰ পুথি, এখন গল্পৰ পুথি, আঠখন নাটক, প্ৰাচ্যবিদ্যা সন্মিলনৰ বাবে সম্পাদনা কৰা ছখন গ্ৰন্থ, ইংৰাজীত সংকলন কৰা চাৰিখন গ্ৰন্থ, প্ৰায় কুৰিখন সভাপতিৰ ভাষণ, সম্পাদিত ৫০ খন গ্ৰন্থ, ইংৰাজী কবিতাৰ পুথি এখন, অসমীয়ালৈ অনুবাদ কৰা গ্ৰন্থ এখন, চিত্ৰকলাৰ সম্পাদিত পুথি দুখন চন্দ্ৰকান্ত অভিধানৰ দুটা সংস্কৰণৰ উপৰিও প্ৰকাশন পৰিষদৰ অসমীয়া অভিধান অসম চৰকাৰৰ 'চলন্ত অভিধান'ৰ সম্পাদনাৰে সম্পাদিত অভিধান চাৰিখন, বিবিধ বিষয়ৰ দুখন ( ভগৱতীপ্ৰসাদ বৰুৱা আৰু নিজৰা লগৰী ), প্ৰায় ২০০ ইংৰাজীত আৰু ১৫০ খন অসমীয়াত লিখা গৱেষণামূলক ৰচনা আৰু সিঁচৰতি হৈ থকা জনপ্ৰিয় সৰু সৰু লিখাৰে ডঃ নেওগৰ কৃতিৰ সংখ্যা, আকাৰ আৰু ওজন তিনিওটাই আকোৱালি নোপোৱা। 'জীৱনৰ দীঘ আৰু বাণি'য়ে তেখেতৰ কৃতিসমূহৰ পৰিচয় সামৰা নাই. তাৰ পটভূমিৰ পৰিচয়হে দিছে।

১৯৩৯ চনত বি.এ পাছ কৰাৰ পিছতে মাদ্ৰাজৰ Indian Reviewত ওলোৱা অসমীয়া সাহিত্যৰ পৰিচয় শীৰ্ষক আৰু অসমীয়া থিয়ানাম বিষয়ক প্ৰবন্ধ দুটিৰে আৰম্ভ হৈছিল ডঃ পণ্ডিত নেওগৰ বিদ্যায়তনিক যাত্ৰা। সেই যাত্ৰা থমকি ৰ'লহি যোৱা বছৰ ডঃ কপিলা বাৎসায়নৰ সৈতে যুটীয়াভাৱে সম্পাদনা কৰি উলিওৱা 'শ্ৰীহস্তমুক্তাৱলী'ৰ নতুন সংস্কৰণটিত। এই সুদীৰ্ঘ পথ অতিক্ৰম কৰি আহোঁতে ডঃ নেওগৰ লক্ষ্য আছিল সদায় স্থিৰ আৰু দৃষ্টি আছিল স্বচ্ছ। সেই লক্ষ্য অসম, অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু অসমীয়া মানুহৰ শ্ৰেষ্ঠ কৰ্মখিনিক বিদ্যায়তনিক জগতলৈ উলিয়াই দিয়া; সেই দৃষ্টি আছিল বস্তুনিষ্ঠ ঐতিহাসিকৰ বৈজ্ঞানিক দৃষ্টি। সেই বাবেই তেওঁ কেতিয়াও ক'তো ৰ'বলগীয়া হোৱা নাই; ক'তো তেওঁৰ বাট কেণা লগা নাই আৰু ক'তো পিছলৈ ঘূৰি চাবলগীয়া হোৱা নাই। তেওঁ



মানুহৰ অজ্ঞতাক ক্ষমা কৰিছিল, কিন্তু মূৰ্খালিক কেতিয়াও ক্ষমা নকৰিছিল।

অসম সাহিত্য সভাক বিদ্যায়তনিক অনুষ্ঠানৰ মৰ্যাদা দিবলৈ যত্ন কৰা তেওঁ আছিল এসময়ৰ সভাৰ প্ৰধান সম্পাদক আৰু পিছত সভাপতি। মঙলদৈ অধিবেশনৰ সভাপতিৰ আসনৰ পৰা দিয়া তেওঁৰ ভাষণটিৰ মাজতো নেওগ মানুহজনৰ পণ্ডিত-ব্যক্তিত্বৰ পৰিচয় ফুটি উঠিছে; ফুটি উঠিছে অসমপ্ৰাণ ব্যক্তিত্বটিও। যথাৰ্থতেই ডক্টৰ মহেশ্বৰ নেওগ বিংশ শতিকাৰ অসমীয়া পণ্ডিতসকলৰ ভিতৰত আছিল আটাইতকৈ ওখ পণ্ডিতগৰাকী।



# অসমৰ বৈষ্ণৱ পৰম্পৰাৰ স্মৰণীয় ব্যক্তি ডঃ নেওগ

## ডঃ কেশৱানন্দ দেৱগোস্বামী

মহাপুৰুষ শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা অসমৰ নৱবৈষ্ণৱ ধৰ্ম আৰু তৎসংশ্লিষ্ট বিষয়সমূহ আধুনিক যুগত বোধহয় সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই সত্ৰ আৰু ভকতৰ মাজত আৱদ্ধ লক্ষ্মণৰেখা ভেদ কৰি প্ৰথমে বিদ্যায়তনিক জগতলৈ লৈ অহাৰ প্ৰয়াস কৰে। এই বিষয়ৰ আনগৰাকী প্ৰৱক্তা ডঃ বাণীকান্ত কাকতিদেৱৰ পিছত নেওগ ভ্ৰাতৃ-দ্বয়ৰ কথা সততে সুমৰণ কৰা হয়। কিন্তু ইয়াৰ সকলো দিশ— আনকি সুকুমাৰ শিল্প, পৰিৱেশ্য কলা, নৃত্য-গীত আদিৰো বিশদ বিশ্লেষণাত্মক বিচাৰেৰে অসমৰ সীমা অতিক্ৰম কৰি, দেশৰো বাহি-ৰত সেইবোৰ সুপ্ৰতিষ্ঠিত কৰি তোলা ব্যক্তি গৰাকীয়েই ডক্টৰ মহেশ্বৰ নেওগ।

আমাৰ দেশে স্বাধীনতা লাভ কৰাৰ পিছতো শিষ্ট পৰম্পৰাৰ প্ৰতি যথাযোগ্যে ধ্যান দিয়া নহৈছিল; বেজবৰুৱাই 'পুৰণি পৃথিৱী নকৈ চাই' লোৱাৰ যি আশা পোষণ কৰিছিল, বাস্তৱত সি সম্পূৰ্ণ ৰূপায়িত তেখেতৰ দিনতে হোৱা দেখিবলৈ নাপালে। শুভ আৰু সৎচিন্তা পলমকৈ হ'লেও ফলৱতী হয়; তাৰে উদাহৰণ বৰ্তমানৰ প্ৰসঙ্গ। ইমান কালে চূড়াবন্ধা, সত্ৰৰ পাগুৰি মৰা গোসাঁই-ভকত-পছিমীয়া শিক্ষাৰে শিক্ষিত সৰহচাম লোকৰ আৰু সেইসকলকে আদৰ্শৰূপে মানি চলা সাধাৰণজনৰো পৰা পাই আহিছিল অৱজ্ঞা, অৱহেলা। জ্ঞান কৰা হৈছিল সেই পৰম্পৰা, তাৰ ধাৰক-বাহক-সকল অপ্ৰয়োজনীয় নিজৰ চাৰিসীমাতে আৱদ্ধ অপদাৰ্থ বুলিহে। পূৰ্বৰসকলে খহটা ডিমৰু সত্ৰাধিকাৰক শুধৰাবৰ বাবে ব্যঙ্গ-বিদ্ৰূপ কৰিলেও, আনটো দিশলৈ মন-কাণ কৰাৰ অৱকাশ হয়তো পোৱা



নাছিল; তাতে তেতিয়া অসমত বঙ্গীয় 'ঝিঝিট-খাম্বাজ' আদিৰ চল। তাল-খোল, নাম-ভাওনা, গীত নাচ এইবোৰ ধৰ্মটোৰ দৰেই এচাম অলাগতিয়াল লোকৰ মূল্যহীন বস্তু বুলি থকা বদ্ধমূল ধাৰণা আৰু তৎজনিত অনীহাৰ ওৰ পেলাই, বিদ্যায়তনিক দিশত সেইবোৰৰ বৈচিত্ৰ্যপূৰ্ণ ঐতিহ্যক প্ৰতিষ্ঠা তথা সাব্যস্ত কৰাত ব্ৰতী, একনিষ্ঠ ব্যক্তিগৰাকীয়েই ডঃ নেওগ।

'শ্ৰদ্ধাৱান্ লভাতে জ্ঞানম্' — এইষাৰিকে সাৰোগত কৰি বৈষ্ণৱ ধৰ্ম সংস্কৃতিৰ প্ৰতিটো বস্তু আৰু প্ৰত্যেকগৰাকী ধাৰক-বাহকক সমান শ্ৰদ্ধাৰে চাই, তাৰ মাজৰ সাৰ-বস্তু উদ্ধাৰৰ প্ৰচেষ্টাই আছিল নিৰলস কৰ্মীগৰাকীৰ উদ্দেশ্য আৰু লক্ষ্য। সত্ৰ গোসাঁই-ভকতৰ লগত কথা-বতৰা পতা, সংস্পৰ্শলৈ অহা কাৰ্যক যি কালত এচাম লোকে নিজকে 'সৰু কৰা' 'তললৈ নমোৱা' আদি জ্ঞানেৰে গেলা গপত ওফন্দি পৰিছিল, সেইকালতে তেখেতে পৰম শ্ৰদ্ধাৰে কাষ চাপিছিল সেই অনাদৃত অৱহেলিত সকলৰ মাজত লুপ্ত মণি-মুকুতা গোটাবলৈ। কিন্তু সি 'ভকতীয়া' দৃষ্টিভঙ্গীৰে নহয়— বিশ্লেষণাত্মকভাৱে তথ্য আৰু অন্তৰ্নিহিত তত্ত্ব উদ্‌ঘাটনৰ প্ৰচেষ্টাহে। যাৰ যোগে, যি বিষয়ে জনাটো আৱশ্যকবোধ কৰিছিল, সেইসকলৰ লগত একাত্ম হ'ব নোৱাৰিলে, ভিতৰলৈ সোমোৱাত অসুবিধা বুলি কথাষাৰ তেখেতে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। বিষয় অনুধাৱনৰ এই ৰীতিয়ে স্বৰূপ নিৰ্ণয়ত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

নেওগদেৱে দি থৈ যোৱা অৱদানসমূহ বিশ্লেষণ কৰিলে প্ৰতীয়-মান হয় যে ভাৰতত্ত্বৰ আধাৰত, তাৰ এক অবিচ্ছেদ্য অঙ্গৰূপে অসম-তত্ত্বক প্ৰতিষ্ঠা কৰাত তেখেতৰ সমকক্ষ আন ওলোৱা নাই। আৰু এই অসমতত্ত্বৰো আধাৰভূমি আছিল — ইয়াৰ বিশিষ্ট ধৰ্ম, সংস্কৃতি আৰু তাৰ লগত জড়িত ইতিহাস, সৰ্বভাৰতীয় ক্ষেত্ৰত সিবোৰৰ সম্পৰ্ক আৰু স্বকীয় বৈশিষ্ট্য প্ৰতিপাদক লক্ষণসমূহৰ নিৰ্মোহ বিচাৰ। এই দৃষ্টিৰেই তেখেতৰ গৱেষণা গ্ৰন্থ শঙ্কৰদেৱ এণ্ড হিজ টাইম্‌ছ্। শঙ্কৰদেৱৰ নৱবৈষ্ণৱ আন্দোলন আৰু তাৰ সাহিত্য-সংস্কৃতিৰ মূল্যায়নৰ উপৰি

যেতিয়া তাত ভাওনাৰ সূত্ৰধাৰে প্ৰদৰ্শন কৰিবলগীয়া ভটিমাৰ হস্ত (হাত) প্ৰয়োগৰ বিৱৰণ সন্নিবিষ্ট হ'ল, তেতিয়াই ওলাই পৰিল পণ্ডিত গৰাকীৰ তীক্ষ্ণদৃষ্টিত কেনেকৈ নৃত্যকলাৰ সূক্ষ্মাতিসূক্ষ্ম বিষয়ো বিৱৰ্জিত নহৈ, বৰং পৰম আগ্ৰহেৰে চৰ্চিত, এক বিদ্যায়তনিক বিষয় যে হ'ব পাৰে, সেই কথা। তেনেদৰে চিত্ৰকলা সম্পৰ্কীয় আলচেও আৰু সম্ভাৱনাময় আলোচনাৰ, আত্মসম্পদৰ যথাযোগ্য সন্মান লাভৰ সন্ধান দিলে। তেখেতে যিবোৰ উপাদান-আহিলা গ্ৰহণ কৰি গৱেষণা গ্ৰন্থখনি প্ৰস্তুত কৰিছিল, সেইখিনিবো নৱ-মূল্যায়নৰ প্ৰয়োজনীয়তাবোধতে পৰৱৰ্তীকালত সুসম্পাদিত 'গুৰু-চৰিত কথা'ৰ জন্ম। এলান্ধুকলীয়া পুথিৰ পাতত লুপ্ত সম্পদৰাজিলৈ সৰ্বসাধাৰণৰ দৃষ্টি আকৰ্ষণ আৰু তাৰ সুগভীৰ মূল্য, বিদ্বৎ সমাজৰ উপলব্ধিকৰণ তেখেতৰ এটি মহৎ কৰ্ম। তাৰ আগলৈকে সেই সকলোখিনি মুষ্টিমেয় এচামৰ মাজতে প্ৰচলিত প্ৰৱৰ্তিত আৰু সাধাৰণ শিক্ষিতচামৰ মনত অপ্ৰয়োজনীয় বোধেৰে অস্পৃশ্য হৈ আছিল।

কীৰ্তন-দশম, ঘোষা-ৰত্নাৱলী, বৰগীত, নাট-ভাওনা, সত্ৰীয়া নৃত্য— এইবোৰ ভকতীয়া মানুহৰ বস্তু বুলিহে ইমান দিনে গণ্য হৈছিল। শঙ্কৰী সাহিত্যৰ সকলোদিশ নেওগৰ নখ-দৰ্পণত থকাৰ উপৰি সংস্কৃতিৰো সকলো দিশতে অতি সুদক্ষৰূপে হাত দি কৃতকাৰ্য হোৱা আৰু আনলৈকো অধ্যয়ন-গৱেষণাৰ পথ মুকলি কৰি দেখুৱাই যোৱা মহেশ্বৰ নেওগৰ মহৈশ্বৰ্য অতুলনীয়। অসমৰ ভক্তিধৰ্ম তথা নৱবৈষ্ণৱ আন্দোলনৰ আলোচনা প্ৰসঙ্গত ভাৰতীয় দৰ্শনৰ সম্যক অভিজ্ঞতা ব্যতিৰেকে সি পৰিপূৰ্ণ হ'ব নোৱাৰে। সাম্প্ৰতিক কালত অধিকসংখ্যক সেই পথত প্ৰৱৰ্তি-প্ৰৱৰ্তাই চলি অহা লোক আৰু আধুনিক কোনো কোনো আলোচনাকাৰীৰো তেনে তুলনাত্মক, মৌলিক উৎস বিচাৰৰ ক্ষমতা বা পাৰদৰ্শিতা বৰকৈ দেখা নাযায়। সীমিত লোকৰ মাজত প্ৰচলিত কথাবোৰে সময় আৰু ক্ষেত্ৰ বিশেষে বিভ্ৰান্তিৰো সৃষ্টি কৰে। এনে দুৰ্দশাৰ বাহিৰেও, গোড়ামি, ৰক্ষণশীলতাই দিনে দিনে ইয়াৰ পৰিসৰ সঙ্কুচিত কৰিবৰ উপক্ৰম কৰিছিল। এনে সানমিহলিৰে



গোটখোৱা আৱৰ্জনা দূৰ কৰি বৈজ্ঞানিক বিচাৰৰ অগ্নিকুণ্ডত সেই ক্লেদময় স্বৰ্ণ শোধন কৰি তাৰ সুউজ্জ্বল, সমুচিত ৰূপটি দেখুৱাই দিয়ে মহেশ্বৰ নেওগদেৱেই। কীৰ্তন-ঘোষা, নামঘোষা আদিৰ পাঠবিভ্ৰাট নিৰ্ণয় কৰি, দাৰ্শনিক তত্ত্ব ব্যাখ্যাৰে প্ৰমাদ আঁতৰাই যৌক্তিকতা প্ৰতিপাদন কৰা হ'ল।

অসমৰ বৈষ্ণৱ আন্দোলনৰ কথাত নৱবৈষ্ণৱ শব্দটিহে প্ৰয়োগ কৰা হয়। ইয়াৰো যাথাৰ্থ্য প্ৰতিপাদন কৰি গৈছে তেখেতে। পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতিত বিবৃত বৈষ্ণৱ ধৰ্মৰ প্ৰাচীনস্তৰৰ লগত শংকৰদেৱৰ নৱবৈষ্ণৱ ধৰ্ম আৰু আন্দোলনটোৰ প্ৰত্যয়জনক প্ৰভেদৰ ব্যাখ্যা অন্য স্থানতো দিছে। এই ব্যাপক আন্দোলনটোৱে একালত সমগ্ৰ অসমৰ লোকক কিবা নহয় কিবা প্ৰকাৰে স্পৰ্শ কৰিছিল আৰু সৰহচামৰ অন্তৰত দকৈ শিপাই সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাইছিল। আজিও তাৰ ওৰ পৰা নাই। পৰম্পৰাৰ কথা কওঁতে তাৰ ইতিহাসো বিচাৰ্য বিষয়। তেনে কামৰ সাধাৰণ এটি নমুনা — মায়ামৰা মোৱামৰীয়া সম্পৰ্কে তেখেতৰ ঐতিহাসিক প্ৰমাণসিদ্ধ বিচাৰ। সেয়া পৰৱৰ্তীহে। শংকৰপূৰ্ব কালৰো পৃষ্ঠভূমি অৱলোকন নিঃসন্দেহ তথ্যসমৃদ্ধ ত্ৰুটিবিহিত। ইতিহাস আৰু কিম্বদন্তীক পৃথক কৰি, যথোচিতৰূপে উত্থাপন ৰীতি অনুকৰণীয়। পৰম্পৰা শব্দই যে বহুত কথাই সামৰে! তাৰ ভিতৰত সাহিত্য বিচাৰ এক বিশেষ বস্তু। এই দিশত পাশ্চাত্য সাহিত্য অধ্যয়নপুষ্ট মনৰ নেওগদেৱৰ বিচাৰ, নিৰীক্ষাই উত্তৰসূৰীৰ বাবে সমালোচনাৰ প্ৰশস্ত পথ ৰচনা কৰিলে। কিন্তু কেৱল পাশ্চাত্যৰ সমলেই এনে উন্নত মানদণ্ডৰ ফলদান কৰিব নোৱাৰিলেহেঁতেন, যদিহে তাৰ লগত, প্ৰাচীন ভাৰতীয় দৰ্শন আৰু অলংকাৰ শাস্ত্ৰ আদিৰো থকা নিবিড় পৰিচয়েৰে সুসমন্বয় ঘটোৱা নহ'লহেঁতেন। এনে যোগসূত্ৰ স্থাপনত সাফল্য অৰ্জন কৰিব পৰা লোক আজি সংখাত নিচেই তাকৰ বুলিবলৈ দ্বিধা নোপজে। ইংৰাজী সাহিত্যৰ পিছত, অধ্যাপনাৰ কালত সংস্পৰ্শলৈ অহা প্ৰাচ্যতত্ত্বৰ পণ্ডিত ড° বাঘৱন, ডঃ সুনীলকুমাৰ দে আদি বৰেণ্য লোকসকলেই

নেওগকো সেইখন জগতলৈ যেন হাত বাউল দি মাতিছিল !

পৱিত্ৰ অসম যেনেকৈ অসমৰ সত্ৰসমূহৰ ইতিহাস আৰু বিস্তাৰৰ এক নিৰ্ভৰযোগ্য দলিল, সেইদৰে ভক্তিগীত সংকলন উত্তৰ শংকৰ যুগৰ ইমানদিনে পোহৰৰ মুখ নেদেখা কবি-গীতিকাৰ সকলৰ কৃতি-পৰিচয়সূচক এখনি উৎকৃষ্ট সঙ্কলন। বৈষ্ণৱ সঙ্গীতৰ অঙ্গ, অসমৰ শাস্ত্ৰীয় সঙ্গীতৰ বিশেষ এটি ধাৰা বৰগীতৰ বিষয়ে চৰ্চা-গৱেষণাৰ এক পদক্ষেপ – স্বৰৰেখাত বৰগীত, 'ৰিডম্‌ছ ইন দ্যা বৈষ্ণৱ মিউজিক্ অৱ্ আছাম।' কুশলী প্ৰদৰ্শনকাৰী তথা সহযোগীৰ অভাৱতে বোধহয় সেই দিশত আৰু বেছি অগ্ৰসৰ হ'ব পৰা ন'গল। বিষয়-টিযে এতিয়াও জীম বুলি আগ্ৰহেৰে বাট চাই আছে। শ্ৰীহস্তমুক্তা ৱলীৰ শেহতীয়া ইংৰাজী অনুবাদৰ কাৰ্য, সৰ্বভাৰতীয় ক্ষেত্ৰলৈ এই বিষয়ত জ্ঞান প্ৰসাৰিত কৰাৰ এটা সাৰ্থক প্ৰচেষ্টা— য'ত সহযোগী-ৰূপে ডঃ কপিলা বাৎসায়নে ইতিমতে গীত গোবিন্দৰ কাম কৰি পোৱা প্ৰেৰণাৰে লাগি, প্ৰায় সম্পন্ন কৰিলে। সত্ৰীয়া নৃত্য আৰু ভাওনাৰ ক্ষেত্ৰত মহেশ্বৰ নেওগ হৈ ৰ'ব চিৰস্মৰণীয় ব্যক্তি।

পাঁচশ বছৰৰ আগতে মহাপুৰুষদ্বয়ে উলিয়াই যোৱা আপু-ৰুগীয়া সম্পদসমূহৰ আধুনিক কালত যথাযোগ্য আলোচনা মুল্যায়নৰ চেষ্টা নেওগৰ আগতে কৰা হোৱা নাছিল। সঙ্গীত নাটক অকাডেমিৰ দৰে ৰাষ্ট্ৰীয় পৰ্যায়ত ইয়াৰ স্বীকৃতি লাভ হেতু তেখেতৰ ভূমিকা একক। সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল গ্ৰন্থই এই ধাৰা সঙ্গীতক প্ৰতি-ষ্ঠাত অপূৰ্ব ভূমিকা লৈছে। ট্ৰেডিছন্ এণ্ড ষ্টাইল পুথিত ভাওনাৰ বিৱৰ্তিত ৰূপ, বাৰে চহৰীয়া ভাওনাৰ বিষয়ে আলোচনায়ো ঠাই পোৱাটো মন কৰিবলগীয়া। তাৰ যোগে বাহিৰৰ পাঠকক পৰিচয় কৰাই দিলে বাৰেৰহণীয়া এই সম্পদৰ। সত্ৰীয়া নৃত্য আৰু অঙ্কীয়া ভাওনাৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ, ফেল'শ্বিপ আদিও তেখেতৰ যোগেই অহা। বৈষ্ণৱ সংস্কৃতিৰ, ইয়াৰ পৰম্পৰাৰ প্ৰতি অটল শ্ৰদ্ধাৰ বাবেই প্ৰাচ্য শাসনাৱলীত, কোনোবা সত্ৰৰ কাঁহৰ ঘণ্টাৰ গাত খোদাই কৰা আখৰকেইটিও বাদ পৰা নাই।



নেওগদেৱৰ সম্পাদিত ভক্তি ৰত্নাকৰখনিয়েই বিশিষ্ট পণ্ডিত মণ্ডলীৰ মাজত তেখেতৰ স্থান নিৰ্ণয়ক গ্ৰন্থ। আন এখনি খুদমান পুথি বিল্বমঙ্গলৰ কৃষ্ণস্তোত্ৰই মাৰ্কিন অধ্যাপিকা ফ্ৰাঙ্কেছ উইলছনক কেনে আশ্বৰ্যজনকভাৱে উপকৃত কৰিছিল, সেই কথা মেমগৰাকীয়ে মুক্তকণ্ঠে স্বীকাৰ কৰিছে। অসমৰ এগৰাকী পণ্ডিতৰ কামে বিদেশৰ বিদ্বৎ সমাজক এনেদৰে আকৰ্ষিত, উপকৃত কৰিব পৰা দৃষ্টান্ত বিৰল। পাঠ সমীক্ষাৰ প্ৰণালী সম্পূৰ্ণ অৱলম্বন কৰি, সমীক্ষিত পাঠৰ উৎস আদি নিৰ্ণয় নকৰা হ'লে আৰু লগতে পিম্পৰা গুচোৱা জুমুৰাখনিৰো (তাৰ শ্লোকৰ আধাৰক) ইংৰাজী অনুবাদটি সংযোজিত নোহোৱা হ'লে ইমান সমাদৰ হয়তো নাপালেহেঁতেন। জুমুৰাখনিয়ে অন্য অনেক কথাৰ সন্তেদো অনেকজন ভূ নোপোৱা লোকক দিবলৈ সমৰ্থ হৈছে।

এইদৰে বৈষ্ণৱ পৰম্পৰাৰ সমুদায় সম্পদৰ সৌন্দৰ্য জিজ্ঞাসা, নৱমূল্য নিৰূপণ আৰু তাত্বিক বিশ্লেষণে, বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ পণ্ডিত প্ৰৱৰ নেওগৰ হাতত অভিনৱ আয়তন আৰু ৰূপলাভ কৰিলে— যাৰযোগে অতদিনে অসমৰ চাৰিচুকতে আবদ্ধ থকা সেইবোৰ বস্তু প্ৰসাৰিত হ'ল দেশ বিদেশৰ বিদ্যানুধ্যায়ীৰ প্ৰশস্ত আৰু বিস্তীৰ্ণ অঞ্চললৈ ; প্ৰতিষ্ঠিত হ'ল তাৰ যোগেই অসমৰ বিশিষ্ট এই পৰম্পৰাৰ সাৰৱত্তা স্বে-মহিম্নিভাৱে উজ্জল ৰূপত। তেখেতৰ অকলশৰীয়া যত্নেৰে, নিবলস সাধনাৰে কৰি থৈ যোৱা বৈষ্ণৱ পৰম্পৰা ৰক্ষা আৰু পুনৰুদ্ধাৰৰ ক্ষেত্ৰত তত্ত্ব-তথ্য সমৃদ্ধ বিশ্লেষণাত্মক বৈজ্ঞানিক বিচাৰৰ যি কাম, সেই কামৰ বাবে অকল দেশৰ ভিতৰতে নহয়— বাহিৰৰো অনুসন্ধিৎসু পণ্ডিতমণ্ডলীৰ কাৰণে মহেশ্বৰ নেওগ নামটি সদায় স্মৰণীয় হৈ ৰ'ব।

# শংকৰী সাহিত্য-সংস্কৃতিৰ প্ৰবক্তা ডঃ মহেশ্বৰ নেওগ

প্ৰভাত চন্দ্ৰ দাস

পঞ্চদশ শতিকাত আমাৰ জাতীয় জীৱনক সকলো পিনৰেপৰা গঢ়ি-পিতি নসাজেৰে সজাই পৰাই নৰূপ দি থৈ যোৱা ভাৰতীয় ভক্তি আন্দোলনৰ গুৰি ধৰোতা বৈষ্ণৱ গুৰু সকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ সৰ্বগুণাকাৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱক আজি আমাৰ সমাজত নকৈ পৰিচয় কৰি দিয়াৰ প্ৰয়োজন নাই। প্ৰতি অসমীয়াই তেৰাৰ বিশাল পাণ্ডিত্যৰ লগত পৰিচিত। আধুনিক যুগৰ পণ্ডিত সমাজেও নানান দৃষ্টিভঙ্গীৰে শঙ্কৰদেৱক অধ্যয়ন কৰিবলৈ আগবাঢ়িছে। কিন্তু এই প্ৰচেষ্টাত তেখেতসকল যিমানেই আগবাঢ়িছে সিমানেই যেন শংকৰদেৱ তেখেতসকলৰ বাবে দুৰ্বোধ্য হৈ পৰিছে। শংকৰদেৱ যেন মৰুভূমিৰ মৰিচিকা আৰু তেখেতসকলে সেই মৰিচিকাৰ পিছে পিছে দৌৰিব লাগিছে। অৱশ্যে ওপৰে ওপৰে যিসকল ব্যক্তিয়ে শংকৰদেৱক বুজিবলৈ চেষ্টা কৰিছে তেখেত সকলৰ বাবে শংকৰদেৱ যেন দিনৰ পোহৰৰ দৰেই ফটফটীয়া আৰু সহজে বোধগম্য। কিন্তু মহান শংকৰদেৱক ক্ষুদ্ৰ মনুষ্যাই কি বুজিব ?

মানুহৰ বয়স বৃদ্ধিৰ লগে লগে জ্ঞান আৰু অভিজ্ঞতাও বৃদ্ধি হয়। ফলস্বৰূপে আমাৰ জীৱনৰ বিভিন্ন স্তৰত শংকৰদেৱৰ প্ৰতিও আমাৰ দৃষ্টিভঙ্গী সলনি হৈ গৈ থাকে। কিন্তু সম্পূৰ্ণ শংকৰদেৱক বা সৰ্ব গুণাকাৰ শংকৰদেৱৰ বিশাল পাণ্ডিত্যক আলোচনা কৰি মনত কৰা, মনত কৰি পালন কৰা আমাৰ কাৰো বাবেই সম্ভৱ নহয়। আমি এতিয়াও তেৰাৰ অধ্যয়ন আৰু আলোচনা বিলোচনাৰ নামত বাকলিটোতে সন্তুষ্ট হৈ থকা যেন লাগে। গুৰুজনাৰ অধ্যয়নৰ নামত



এতিয়ালৈ যিখিনি কাম কৰা হ'ল তাৰে সৰহখিনিয়েই বিদ্যায়তনিক হোৱা বাবে বস্তুতৰ ক্ষেত্ৰত সেই অধ্যয়নত আন্তৰিকতাত অভাৱ পৰিলক্ষিত হৈছে। তেৰাৰ ধৰ্ম-দৰ্শন, নীতি-আদৰ্শক জনসাধাৰণৰ মাজত ব্যাপক ৰূপত প্ৰচাৰ আৰু প্ৰকাশৰ উদ্দেশ্যে কেবাটাও ধৰ্মীয় অনুষ্ঠানৰ জন্ম হৈছে যদিও শংকৰদেৱৰ সম্পূৰ্ণ স্বৰূপটো আজিও অপ্ৰকাশিত হৈয়ে আছে। শংকৰদেৱক সম্পূৰ্ণকৈ হৃদয়ঙ্গম কৰিবলৈ সক্ষম হৈছিল তেৰাৰ অতি মৰমৰ নিচেই ওচৰৰ শিষ্য মাধৱদেৱে। মাধৱদেৱৰ পাছতে যি গৰাকী মহান সাধক পুৰুষে গুৰুজনাৰ বিশালতাক উপলব্ধি কৰিবলৈ সক্ষম হৈছিল সেই গৰাকীয়েই হ'ল ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা। বেজবৰুৱাই মহাপুৰুষ দুজনাক মণিকূটৰ মাজৰ পৰা উলিয়াই আনি জনতাৰ হৃদয় বেদীত প্ৰতিষ্ঠা কৰাৰ পাছৰে পৰা আচলতে আধুনিক যুগত শংকৰদেৱ মাধৱদেৱক নতুন দৃষ্টিভঙ্গীৰে চিন্তা চৰ্চা আৰু অধ্যয়ন কৰাৰ সোণালী পথ এটাৰো শুভ উদ্বোধন হয়। তেখেতে শঙ্কৰদেৱৰ লগতে মাধৱদেৱকো অসমৰ সীমা পাৰ কৰাই সুদূৰ বৰোদালৈকে লৈ যায়। তেখেতৰ সম্পাদনাত প্ৰকাশ পোৱা বাঁহীয়ে অসমীয়া সমাজত এক নৱজাগৰণৰ সূচনা কৰে। বেজবৰুৱাৰ পাছতেই শংকৰদেৱৰ বিষয়ে উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা পণ্ডিত গৰাকী হ'ল প্ৰয়াত ডিম্বেশ্বৰ নেওগ। তেখেতৰ "যুগনায়ক শংকৰদেৱ" আৰু **'Jagat Guru Sankardev'** শংকৰদেৱ সম্পৰ্কীয় অসমীয়া আৰু ইংৰাজী ভাষাত ৰচিত দুখন অতি মূল্যবান গ্ৰন্থ। উক্ত গ্ৰন্থ দুখনে শংকৰদেৱক এক স্বকীয়া মৰ্যাদা দিবলৈ সক্ষম হয়। ডিম্বেশ্বৰ নেওগদেৱৰ পাছতে মহাপুৰুষীয়া ধৰ্ম-দৰ্শন, কৃষ্টি-সংস্কৃতিৰ ওপৰত বৌদ্ধিক দিশত আটাইতকৈ সৰহ অৱদান আগবঢ়াবলৈ সমৰ্থ হোৱা পণ্ডিত গৰাকীয়েই হ'ল প্ৰাচ্যতত্ত্ববিদ, শংকৰদেৱ বঁটা বিজেতা ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়া।

জীৱন্ততে কিংবদন্তিত পৰিণত হোৱা বা এজন ব্যক্তিয়েই একোটা মহৎ অনুষ্ঠানত পৰিণত হোৱা ব্যক্তিৰ সংখ্যা আমাৰ সমাজত অতি বিৰল। অসমত যি কেইগৰাকী ব্যক্তিক এইখন আসনত

অধিষ্ঠিত কৰিব পৰা যায় সেইসকলৰ ভিতৰত ভাষা-সাহিত্য কৃষ্টি-সংস্কৃতিৰ প্ৰবাদ পুৰুষ পণ্ডিত গৱেষক ডঃ মহেশ্বৰ নেওগ অন্যতম। লক্ষ্মীনাথ বেজবৰুৱা আৰু পুৰণি সাহিত্য তথা শংকৰী সাহিত্যৰ প্ৰবক্তা ড° বাণীকান্ত কাকতিৰ সুযোগ্য উত্তৰাধিকাৰী আছিল ড° নেওগ ছাৰ। তেখেতে অসমীয়া সাহিত্যৰ দুটা সোণালী যুগৰ কথা উল্লেখ কৰিছে—"প্ৰথম সোণালী যুগৰ সৃষ্টি হৈছিল শংকৰী সাহিত্যত। এই সাহিত্যৰ কেন্দ্ৰীয় পুৰুষ আছিল শংকৰদেৱ আৰু তেওঁৰ প্ৰতিভাশালী শিষ্য মাধৱদেৱ।" আৰু "বিংশ শতিকাৰ প্ৰথমাৰ্ধ'ৰ আধুনিক অসমীয়া সাহিত্যক একগোট কৰি তাৰ আধ্যাত্মিক ধৰণীস্বৰূপে একমাত্ৰ লক্ষ্মীনাথ বেজবৰুৱাৰ বিশাল ব্যক্তিত্বই বৰ্তমান। নিঃকিন হ'লেও বৰ্তমান যুগটো অসমীয়া সাহিত্যৰ দ্বিতীয় সোণালী যুগ।' দুয়োটা সোণালী যুগতে দুয়োগৰাকী কেন্দ্ৰীয় ব্যক্তি শংকৰদেৱ আৰু বেজবৰুৱা আছিল ড° নেওগৰ অধ্যয়নৰ গৱেষণা আৰু জীৱনৰ আদৰ্শ পুৰুষ। তেখেতে শংকৰদেৱ বিষয়ক অধ্যয়নৰ পাতনি মেলে—১৯৫৪ চনত ভক্তি প্ৰদীপৰ সম্পাদনাৰ জৰিয়তে। সম্পাদনাৰ ক্ষেত্ৰত ড' নেওগৰ এটা বৈশিষ্ট্য হল এয়ে যে— আন বহুতো সাহিত্যিকৰ দৰে তেখেতে ভাবোচ্ছাসক আগ ঠাই নিদি পাঠ সমীক্ষাত বিজ্ঞান ভিত্তিক ৰীতি আৰু বুৰঞ্জীমূলক তথ্যৰ ওপৰতে গুৰুত্ব দিছিল। তেখেতে অশেষ শ্ৰম আৰু কষ্টৰ মাজেৰে মূল পাঠৰ লগত বিজনি কৰি (পাঠ সমীক্ষা) সম্পাদনা কৰি উলিয়াইছিল— কীৰ্তনঘোষা আৰু নামঘোষা। এতিয়া আকৌ তেখেতৰে দুই চাৰি শিষ্যই নিজৰ পাণ্ডিত্য জাহিৰ কৰিবলৈ গৈ তেখেতৰে সম্পাদিত উক্ত গ্ৰন্থখনত 'ভৰ দি' তেখেতকে সংশোধন কৰাৰ পথ ইতিমধ্যে আৰম্ভ কৰিছে আৰু এই পথত তেখেত সকলে কিছুদূৰ আগো বাঢ়িছে। এয়া শিষ্যই গুৰুক কৰা এক অৱমাননা নহয়নে?

আমাৰ অনেক বৈষ্ণৱ পণ্ডিতে শংকৰদেৱৰ বিষয়ে বস্তুনিষ্ঠ অধ্যয়ন কৰিব নোৱাৰি তেৰাক কেৱল ধৰ্মীয় পৰিধিৰ মাজতে আবদ্ধ কৰি ৰাখিবলৈ কৰা প্ৰচেষ্টাৰ বাবেই গুৰুজনাৰ সৰ্বগুণাকৰ স্বৰূপটোক



বহু ক্ষেত্ৰত লঘু কৰা হোৱা বুলি কব পাৰি। কিন্তু ডঃ নেওগে কোনো প্ৰকাৰৰ ধৰ্মীয় ঠেক গণ্ডী আৰু গোড়ামী বা অন্ধ পৰম্পৰাৰ দ্বাৰা পৰিচালিত নহৈ, সিবিলাকৰ উৰ্ধলৈ গৈ সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ লগত গুৰুজনাক অধ্যয়ন কৰিবলৈ লোৱা বাবে শংকৰদেৱৰ নৱমূল্যায়ন আৰু ভাৰতীয় ভক্তি আন্দোলনৰ পুৰোধা বৈষ্ণৱ গুৰুসকলৰ তুলনাত শংকৰদেৱৰ শ্ৰেষ্ঠত্ব আৰু বিশালতাৰ বিচাৰ সাৰ্থক ৰূপত কৰিব পাৰিছে। অৱশ্যে মহাপুৰুষীয়া ধৰ্মত প্ৰচলিত চিৰাচৰিত প্ৰথা অনুসৰি তেখেতে শৰণ-ভজন গ্ৰহণ কৰা নাছিল বাবেই বহুতো শংকৰী লোকে তেখেতৰ প্ৰতি যেনেদৰে শ্ৰদ্ধা প্ৰদৰ্শন কৰিব লাগে তেনেদৰে শ্ৰদ্ধা প্ৰদৰ্শন কৰিব নিবিচাৰে। কিন্তু শৰণ-ভজন গ্ৰহণ কৰি সমাজত 'বৈষ্ণৱ পণ্ডিত'ৰ ভাও দিয়া বহুতো শংকৰী লোকতকৈ শংকৰদেৱৰ ধৰ্ম-দৰ্শন সাহিত্য সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰণত ড° নেওগৰ অৱদান নিশ্চয় হাজাৰ গুণেই উৰ্দ্ধত। অৱশ্যে তেখেতৰ অৱদান সমূহৰ লগত যিসকলে পৰিচিত হব পৰা নাই বা পৰিচিত হোৱা সকলৰো যিসকলে সেইবোৰ হজম কৰিব পৰা নাই, তেনে বদহজমী সকলেহে নেওগ ছাৰৰ প্ৰতি বিৰূপ মন্তব্য দিব বিচাৰে।

ছকুৰি বছৰীয়া জীৱন কালত যি গৰাকী মহাপুৰুষে চিভিন্ন পদ-পুথি, গীত-ভাওনা খোল তালৰ জৰিয়তে তেৰাই প্ৰচাৰ কৰা কৃষ্ণভক্তি ধৰ্মৰ সিদ্ধান্তকে দি গল— আজি পাঁচশ-পঞ্চাশ বছৰ পাছত মহাপুৰুষৰ শিষ্য সকলে, তেৰাক লৈ পণ্ডিতালি কৰা সকলে, সত্ৰই সত্ৰই গুৰুগিৰি কৰি থকাসকলে, দ্বিতীয় বৈকুণ্ঠপুৰী বৰপেটা সত্ৰত সপ্তাহজোৰা আলোচনা-বিলোচনাৰ কাৰ্যসূচীলৈ সমবেত হৈছিল ১৯৮৭ চনত— উদ্দেশ্য আছিল— মহাপুৰুষ জনাই প্ৰচাৰ কৰা ধৰ্ম-দৰ্শনত সিদ্ধান্তত উপনীত হোৱা। সেই সভাত এদিনৰ সভাপতি আছিল ড' মহেশ্বৰ নেওগ। সভাত সমবেত হৈছিল কেইগৰাকীমান সত্ৰাধিকাৰ কেবাটাও ধৰ্মীয় অনুষ্ঠানৰ খ্যাত-অখ্যাত ব্যক্তি। সেই সভাত এই

লিখকেও এটা অনুষ্ঠানৰ প্ৰতিনিধিত্ব কৰি যোগদান কৰিছিল। আৰু সিদিনাৰ সভাত ডঃ নেওগ ছাৰৰ মুখামুখি হৈ বহি থকা দৃশ্য এতিয়াও মানস পটত অঙ্কিত হৈ আছে। সভাৰ মাজতে কোনোবা এগৰাকী বক্তাৰ প্ৰশ্নৰ উত্তৰত সিদিনা সভাপতিৰ আসনৰ পৰা ডঃ নেওগে যিখিনি বক্তব্য আগবঢ়াইছিল - সেয়া কিমান স্পষ্ট আৰু দিশ নিৰ্দেশক আছিল তাৰ প্ৰতিধ্বনি এতিয়াও আমাৰ কাণত বাজি আছে। প্ৰশ্নটো আছিল মহাপুৰুষীয়া ধৰ্মত কৰ্মকাণ্ডৰ স্থান আছেনে নাই? তেখেতে কৈছিল— 'মহাপুৰুষীয়া ধৰ্মত কৰ্মকাণ্ডৰ স্থান আছে বুলি কোনোবাই যদি কয় তেনেহ'লে মহাপুৰুষ দুজনাৰ শাস্ত্ৰসমূহ কালিচিৰি নদীত উটুৱাই দিব লাগিব আৰু সেইবোৰ নতুনকৈ লিখিব লাগিব।"

এজন ব্যক্তিয়ে বিভিন্ন দিশত অৱদান আগবঢ়াই যোৱাটো সম্ভৱ নহয়। কিন্তু ডঃ নেওগ চাৰৰ ক্ষেত্ৰত সেয়া সম্ভৱ হৈ উঠিছিল। শংকৰী ধৰ্ম-দৰ্শন, সাহিত্য-সংস্কৃতি, কবিতা, পাঠ-সমীক্ষা, শাসনাৱলী, বুৰঞ্জী প্ৰণয়ন, প্ৰাচীন গীত মাতৰ উদ্ধাৰ আৰু সেইবিলাকৰ সম্পাদনা. আধুনিক নাটক, গল্প, নাট্যশাস্ত্ৰ, বিভিন্ন আলোচনীৰ সম্পাদনা, অভিধান প্ৰণয়ন আৰু নানা প্ৰকাৰৰ বিদ্যায়তনিক আৰু সংস্কৃতিৰ কৰ্মসমূহ আছেই, অতবোৰ দিশত অৱদান আগবঢ়াই তেখেতে নিজে এটা অনুষ্ঠানত পৰিণত হৈছে। আজি আমাৰ সমাজে, আমাৰ অতীত পৰম্পৰা, নিজা কৃষ্টি-সংস্কৃতিক জলাঞ্জলি দি এনে অৱস্থাত আহি উপনীত হৈছোহঁক— যি স্থানত সত্য বা ঋতৰ মাজত সীমাৰেখা টনা টান হৈ পৰিছে— 'ঋতম্ বদিষ্যামি, সত্যম বদিষ্যামী' — এই শাশ্বত বাণী আজি কেৱল শাস্ত্ৰৰ মাজতে সীমাবদ্ধ হৈ আছে। ব্যৱহাৰিক জীৱনত তাৰ চিন মোকাম নাইকীয়া হৈ আহিছে। নিজা ভাষা, নিজা সংস্কৃতি, শিল্প, ধৰ্ম, আধ্যাত্মিকতা সকলোকে অৱজ্ঞা-অৱহেলা কৰি আমি লোকৰ উচ্ছিষ্ট ভোগ কৰাত অভ্যস্ত হোৱা বাবে আমাৰ সমাজ আজি চৰম সংকটৰ সন্মুখীন হৈছে। আৰু অচিৰে ইয়াত নিৰাময় কৰিব নোৱাৰিলে আমাৰ অস্তিত্ব যে এদিন লোপ হৈ যাব এয়া



ধ্ৰুৱ সত্য। আমাৰ অস্তিত্ব ৰক্ষা কৰিব লাগিলে শংকৰদেৱৰ বাদে যে গত্যন্তৰ নাই এই কথা ডঃ মহেশ্বৰ নেওগ ছাৰে ভালদৰেই উপলব্ধি কৰিব পাৰিছিল আৰু সেয়েহে তেখেতে মহাপুৰুষ শংকৰদেৱৰ বহুমুখী প্ৰতিভাক জনপ্ৰিয় কৰি তোলাত গুৰুত্ব দিছিল। তাৰ বাবে তেখেতে শংকৰদেৱক কেৱল ধৰ্মীয় দৃষ্টি ভঙ্গীৰে নাচাই গুৰুজনাৰ অন্যান্য দিশ সমূহ বিকশিত কৰাৰ বাবে বিস্তৃত কাৰ্যসূচী হাতত লৈছিল।

তেখেতৰ জীৱনৰ অক্ষয় কীৰ্তি হ'ল— "Sankaradeva And His Times'— শীৰ্ষক গৱেষণা গ্ৰন্থখন। এইখন আছিল ডঃ নেওগৰ magnum opus. পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই ডঃ নেওগৰ উক্ত গৱেষণা গ্ৰন্থখনক "An outstanding contribution" বুলি অভিহিত কৰিছে। তেখেতৰ 'Rhythm in the Vaisnava Music of Assam" স্বৰৰেখাত বৰগীত, সত্ৰীয়া নৃত্যই তেখেতৰ জীৱনৰ স্বাক্ষৰ বহন কৰিছে।

তেখেতে সম্পাদনা কৰা আৰু পাতিয়ালাৰ পাঞ্জাৱী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা 'The Bhakti-Ratnakar of Sankardeva and History of the concept of Bhakti" গ্ৰন্থখন আন এখন অতুলনীয় গ্ৰন্থ। এই গ্ৰন্থখন অধ্যয়নৰ পাছত ডঃ নেওগ ছাৰৰ প্ৰতি থকা মোৰ শ্ৰদ্ধা যথেষ্ট বৃদ্ধি পালে। এই গ্ৰন্থখনক তেখেতৰ জীৱনৰ দ্বিতীয়খন magnum opus বুলিব পাৰি। পঞ্জাৱী বিশ্ববিদ্যালয়ত তেখেতে 'শংকৰদেৱ আসন'ৰ পদ অলংকৃত কৰি থকাৰ সময়তে সম্পাদনা কৰি উলিয়ায়, সেয়া আছিল আশী দশকৰ প্ৰথম ভাগৰ কথা।

গ্ৰন্থখনৰ পাতনিতে তেখেতে 'History of the concept of 'Bhakti' সম্পৰ্কে ৮০ পৃষ্ঠা জোৰা প্ৰৱন্ধত ঋকবেদৰ সময়ৰে পৰা শংকৰদেৱৰ সময়লৈ তিনিহাজাৰ বছৰীয়া ভক্তি আন্দোলনৰ ইতিহাস বৰ্ণনা কৰিছে।

শংকৰদেৱ মহাপুৰুষ জনাৰ ধৰ্ম-দৰ্শন, সাহিত্য-সংস্কৃতি, নাটভাওনাৰ আকাশত ডঃ নেওগ ছাৰৰ নাম চিৰদিন জিলিকি থাকিব।



# পুৰাতত্ত্ববিদ ডঃ মহেশ্বৰ নেওগ

## ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য্য

ৰাষ্ট্ৰজোৰা খ্যাতিসম্পন্ন পণ্ডিত ডক্টৰ মহেশ্বৰ নেওগৰ প্ৰাচ্য-তত্ত্ববিদ ৰূপেও সুখ্যাতি আছে। এনে মন্তব্যৰ সমৰ্থনত আছে ডঃ নেওগ দেৱৰ প্ৰাচ্যতত্ত্ব বিষয়ক কেবাখনো স্বৰচিত আৰু সম্পাদিত গ্ৰন্থ। দেশৰ বিভিন্ন ঠাইৰ পৰা প্ৰকাশিত ভালেমান গৱেষণা-পত্ৰিকাত মুদ্ৰিত অধ্যাপক নেওগৰ উচ্চ মানদণ্ডৰ ভালেখিনি প্ৰৱন্ধ-পাতিও একে শাৰীৰ অন্তৰ্ভুক্ত হোৱাৰ যোগ্য। এনে গ্ৰন্থৰাজি আৰু প্ৰবন্ধসমূহৰ জৰিয়তে সদ্য প্ৰয়াত পণ্ডিতগৰাকী দেশ-বিদেশৰ বিদ্যমণ্ডলীৰ আগত এজন যশস্বী প্ৰাচ্যতত্ত্ববিদ ৰূপে সমাদৃত হোৱাটো অনস্বীকাৰ্য।

অধ্যাপক মহেশ্বৰ নেওগক এগৰাকী সৰ্বভাৰতীয় পৰ্যায়ৰ ভাৰততত্ত্ববিদ ৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ মূলত বহু পৰিমাণে আছে তেখেতৰ পুৰাতত্ত্ব অধ্যয়ন। কেবাখনো গ্ৰন্থ আৰু অসংখ্য প্ৰবন্ধ-পাতিত ড° নেওগৰ পুৰাতত্ত্ব অধ্যয়নৰ আভাস পোৱা যায় যদিও "প্ৰাচ্য শাসনাৱলী' আলোচ্যমান বিষয়ত তেখেতৰ অক্ষয় কীৰ্তি স্বৰূপ[১]। সেয়েহে গ্ৰন্থখনিৰ গুৰুত্ব সম্পৰ্কে আলোচনা কৰিলেই শিৰোনামাত উত্থাপিত বিষয়টোৰ যথাৰ্থ মূল্যায়ন হ'ব বুলি আশা কৰিব পাৰি। লগতে তেখেতৰ অন্য প্ৰাসংগিক কৰ্মৰ চমু বিশ্লেষণ কৰি বিষয়ৰ মোখনি মৰা হ'ব।

'প্ৰাচ্য শাসনাৱলী' সম্পৰ্কে বিচাৰ কৰিবলৈ হ'লে প্ৰসংগক্ৰমে এই গ্ৰন্থ প্ৰকাশৰ পূৰ্বৰ কালছোৱাৰ অসমৰ পুৰালিপিতত্ত্ব চৰ্চাৰ বিষয়েও উল্লেখ কৰিবলগীয়া হয়। সম্প্ৰতি কুৰি শতিকাটোৱে বাগৰ

১। মহেশ্বৰ নেওগ (সম্পাদিত): প্ৰাচ্য শাসনাৱলী, গুৱাহাটী, ১৯৭৪



সলাবলৈ পাঁচোটা বছৰ বাকী থকা পৰ্যন্ত উক্ত গ্ৰন্থকে ধৰি অসমত শৈল লেখ, তাম্ৰ লেখ আদি প্ৰত্নলেখ সম্পৰ্কীয় মুঠ চাৰিখন গ্ৰন্থ প্ৰকাশিত হৈছে। 'প্ৰাচ্য শাসনাৱলী'ৰ পূৰ্বৰ তথা উত্থাপিত বিষয়ৰ প্ৰথম পুস্তক হ'ল মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ (১৮৬৮-১৯৩৮) সম্পাদিত 'কামৰূপ শাসনাৱলী'[২]। অসমৰ ইতিহাস-সংস্কৃতি সম্পৰ্ক বিদ্যাবিনোদৰ ই এক যাউতিযুগীয়া কৰ্ম। পুথি প্ৰকাশৰ সময়লৈকে অৰ্থাৎ ১৯৩১ চন পৰ্যন্ত আৱিস্কৃত আৰু তৎকালীন পত্ৰ-পত্ৰিকাত প্ৰকাশিত সংস্কৃত ভাষাত লেখা দহখন তাম্ৰলেখ আৰু এখন শৈললেখৰ পাঠ সম্পাদনা কৰি আলোচ্যমান গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হয়। এই কথা দিনৰ পোহৰৰ দৰে স্পষ্ট যে বঙলা ভাষাত সম্পাদনা কৰা 'কামৰূপ শাসনাৱলী'ৰ সৌজন্যতহে অসমত পুৰালিপিতত্ত্ব চৰ্চা পথ প্ৰশস্ত হৈ পৰে। আকৌ ড° নেওগ সম্পাদিত গ্ৰন্থৰ পিছত ছপাশাল গৰকি ওলাই অহা একে বিষয়ৰ পুস্তকদ্বয় হ'ল ক্ৰমে ডঃ মুকুন্দ মাধৱ শৰ্মা[৩] আৰু ডঃ ডিম্বেশ্বৰ শৰ্মাৰ[৪] দ্বাৰা সম্পাদিত পুথি দুখন। ৫৪৭/স:

'কামৰূপ শাসনাৱলী'ত অকল প্ৰাচীন অসমৰ পুষ্যবৰ্মা, শালস্তম্ভ আৰু ধৰ্মপাল বংশৰ ৰজাসকলৰ প্ৰত্নলেখ সমূহে ঠাই পোৱাত মধ্যযুগীয় অসমৰ সংস্কৃত অসমীয়া মিশ্ৰিত শাসনসমূহৰ পাঠ বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছিল। এইবোৰৰ পাঠ উদ্ধাৰত আগভাগ লৈছিল হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, সৰ্বেশ্বৰ শৰ্মা কটকী, সৰ্বেশ্বৰ বৰুৱা, বেণুধৰ শৰ্মা প্ৰমুখ্যে পণ্ডিত গৱেষকসকলে। দল-দেৱালয়ৰ লগতে ব্যক্তিগত মানুহৰ ঘৰতো পাঠ উদ্ধাৰ নোহোৱাকৈ

২। পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ: কামৰূপ শাসনাৱলী, ৰংপুৰ, ১৩৩৮ সাল

৩। M. M. Sarma (Ed.) : Inscriptions of Ancient Assam, Guwahati, 1978.

৪। Dr. Sarma (Ed.) : Kamrupasasanavali, Guwahati, 1981.

কিছু সংখ্যক ফলি সংৰক্ষিত হৈ আছিল। মধ্যযুগৰ সুদীৰ্ঘ কালছোৱাৰ এই সকলো অনুশাসনৰ পাঠ উদ্ধাৰৰ অন্তত একত্ৰ সংকলিত কৰি উলিওৱাৰ কথা কোনোবাই ইতিপূৰ্বে চিন্তা কৰাৰ বিষয়ে জনা নাযায়। আনকি বেলেগ বেলেগ আলোচনীৰ পাতৰপৰা ইতিমধ্যে প্ৰকাশিত পাঠসমূহ একত্ৰিত কৰাৰ বিষয়েও কোনোবাই ভবাৰ ক্ষেত্ৰত প্ৰমাণৰ অভাৱ। এনে এটি জাতীয় দায়িত্ব পালনৰ বাবে আগবাঢ়ি আহিল সূক্ষ্মদৰ্শী গৱেষক, তত্বানুসন্ধানী ড° মহেশ্বৰ নেওগ। তাৰেই সুফল সুবৃহৎ গ্ৰন্থ 'প্ৰাচ্য শাসনাৱলী'। বখতিয়াৰ খিলিজিৰ কামৰূপ আক্ৰমণ (১২২৭ শক) ৰ পৰা আৰম্ভ কৰি আহোম শাসনৰ সমাপ্তিলৈকে প্ৰায় ছশ বছৰীয়া কালৰ সকলো অনুশাসন আৰু অন্য কিছু নথি-পত্ৰ ইয়াত অন্তৰ্ভুক্ত কৰা হৈছে।

'প্ৰাচ্য শাসনাৱলী'ৰ এটা চকুত লগা অংগ ইয়াৰ ভূমিকাখন। অসমীয়া আৰু ইংৰাজীত সমান্তৰালভাৱে যুগুতোৱা সমীক্ষামূলক ভূমিকাৰ গ্ৰন্থখন অসম, ভাৰত তথা বহিৰ্ভাৰতৰ পণ্ডিত গৱেষকৰ বাবেও উপাদেয় কৰি তুলিছে। ছকুৰি পৃষ্ঠাত সামৰা অসমীয়া ভূমিকাখনত প্ৰতিখন ফলিৰ সংক্ষিপ্ত পৰিচয় অন্তৰ্ভুক্ত হোৱাৰ লগতে অন্যান্য প্ৰাসংগিক তথ্যও সন্নিবিষ্ট হৈছে। আন কথাত মধ্যযুগীয় অসমৰ প্ৰশাসন ব্যৱস্থা তথা জন-জীৱনৰ অনেক গুৰুত্বপূৰ্ণ তথ্যৰ ই আকৰ স্বৰূপ। তৎকালীন অসমৰ মাটি জৰীপ পদ্ধতি, খাজনাৰ প্ৰকাৰ আৰু পৰিমাণ, কৰ-কাটলৰ বিৱৰণ, বিনিময়ৰ মাধ্যম, মুদ্ৰাৰ প্ৰচলন আদি বিষয়ৰ তথ্যভিত্তিক বিশ্লেষণ ইয়াত আছে। ভাষা-সাহিত্যৰ ছাত্ৰ-গৱেষকৰ বাবে বিশেষ গুৰুত্বপূৰ্ণ কেইটামান বিষয় হ'ল লিপিৰ প্ৰসংগ, আখৰ জোঁটনি পদ্ধতি, যাৱনিক শব্দৰাজিৰ উৎস বিচাৰ আদি। সংক্ষেপে ক'বলৈ গ'লে তাহানিৰ অসমৰ ৰাজনৈতিক-সামাজিক-আৰ্থিক-সংস্কৃতিক ইতিহাসৰ ই এক গুৰুত্বপূৰ্ণ দলিল স্বৰূপ।

মূল পাঠ উপস্থাপন প্ৰসংগত মন কৰিবলগীয়া কথা হ'ল প্ৰতিখন অসমীয়া নথিৰ নাম সমান্তৰালভাৱে ইংৰাজীত মুদ্ৰণ তথা সংস্কৃত অংশ দেৱনাগৰী লিপিৰ মুদ্ৰণ। ব্যৱস্থাটোৱে পুথিৰ বিষয়বস্তু অনুধাৱন



কৰাত অসমীয়া ভাষা নজনাসকলকো বিশেষ সহায় কৰিছে।

আকৌ অসমীয়া পাঠৰ পৰা সংগৃহীত 'শব্দ পঞ্জী' আৰু সংস্কৃত লেখাসমূহৰ পৰা বুটলি অনা শব্দমালা দুখনৰ তাৎপৰ্য জানো উপেক্ষা কৰিব পাৰি? অধুনা অপ্ৰচলিত শব্দবোৰৰ মূল নিৰ্ণয় কৰি সেইবোৰৰ অৰ্থ সংযোজন জানো এলাপেচা কাম? ড° মহেশ্বৰ নেওগৰ সাত শতকয়েও স্বীকাৰ কৰিব লাগিব এনে কামৰ লগত জৰিত পৰিশ্ৰম তথা অধ্যয়ন স্পৃহাৰ কথা।

'প্ৰাচ্য শাসনাৱলী'ৰ শেষৰ ফালে সংযোজিত চিত্ৰফলক গুচ্ছৰ গুৰুত্বও উপেক্ষণীয় নহয়। ৰজাঘৰীয়া শাসন আৰু অন্যান্য নথিকে ধৰি মুঠ দুকুৰি এখন লেখাৰ আলোকচিত্ৰ ইয়াত সন্নিবিষ্ট হৈছে। গ্ৰন্থত অন্তৰ্ভুক্ত সকলো পুৰণি লেখাৰে আলোক চিত্ৰ মুদ্ৰণৰ ব্যৱস্থা কৰা হ'লে নিঃসন্দেহে অতি প্ৰশংসনীয় কাম হ'লহেঁতেন। পিছে এনে কাম এহাতে কষ্ট সাধ্য আনহাতে ব্যয়বহুল। এনে পৰিস্থিতিত মুদ্ৰিত চিত্ৰখিনিয়েও অসমীয়া প্ৰত্নলেখৰ স্বৰূপ সম্পৰ্কে জনাত পাঠকক সহায় কৰিছে।

'প্ৰাচ্য শাসনাৱলী' এই বিষয়ৰ সম্পূৰ্ণ দোষমুক্ত পুথি— এনে কথা ক'ব বিচৰা নাই। ফলিবোৰত সম্পাদনা, উপস্থাপনা, মুদ্ৰণ আদিত কিছু প্ৰমাদ ঘটিছে। পিছে এনে কাৰ্য সম্পূৰ্ণ নিখুঁতভাৱে সম্পন্ন কৰাটো অসম্ভৱৰ নামান্তৰ মাত্ৰ। অসমৰ প্ৰত্নলেখ সম্পৰ্কে প্ৰকাশিত চাৰিওখন গ্ৰন্থ চকুৰ আগত লৈ এনে মন্তব্যই দিব বিচাৰোঁ।

সেয়েহে ক'ব লাগিব, আলোচ্যমান গ্ৰন্থ ড° নেওগৰ দৰে এজন সূক্ষ্মদৰ্শী, অধ্যয়নপিপাসু আৰু কষ্ট-সহিষ্ণু পুৰাতত্ববিদৰ বাৰেহে সম্ভৱ। 'অসমতত্ব'ৰ দিশত ই গ্ৰন্থকাৰৰ অন্যতম সুদৃঢ় পদক্ষেপ।

'প্ৰাচ্য শাসনাৱলী'ৰ পিছতে পুৰাতত্ববিদ মহেশ্বৰ নেওগক বিচাৰি চাবৰ কাৰণে তেখেতৰ আন দুখনি গ্ৰন্থৰ উল্লেখ কৰিব পাৰি। ইয়াৰ ভিতৰত প্ৰথমতে আলোচনালৈ আনিব বিচৰা হৈছে 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' নামধেয় পুথিখনি[৫]। সংক্ষেপে ক'বলৈ

৫। মহেশ্বৰ নেওগ: পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, ডিব্ৰুগড়, ১৯৫৭

হ'লে উল্লিখিত গ্ৰন্থ শংকৰদেৱৰ পূৰ্বৰ অসমৰ সমাজ আৰু সংস্কৃতিৰ চমু ইতিহাস। ইয়াৰ বিষয়বস্তুত আকৌ দেশৰ ভিন্ন প্ৰান্তৰ কেবাখনো গৱেষণা পত্ৰিকাত প্ৰকাশিত নিবন্ধ কিছুমানৰ সংক্ষিপ্ত অসমীয়া ৰূপহে। তৎকালীন কামৰূপত প্ৰচলিত শৈৱ, শাক্ত, বৈষ্ণৱ, বৌদ্ধ আদি বেলেগ বেলেগ ধৰ্মীয় মতবাদ, সেই সময়ৰ সামাজিক সাংস্কৃতিক আৰ্থিক অৱস্থা, ভাষা-সাহিত্য আদিৰ বিষয়ে পাঠকে ইয়াত তথ্য সমৃদ্ধ আলোচনা পাব। নিজ বক্তব্য প্ৰতিপাদনৰ বেলিকা পুথিত অন্তৰ্ভুক্ত সকলো বিষয়ৰ ক্ষেত্ৰতে লেখকে তাম্ৰ শাসন, মূৰ্তি-ভাস্কৰ্য কিম্বা অন্যান্য প্ৰাচীন সাক্ষ্যৰ সহায় লোৱাটো লক্ষ্য কৰিবলগীয়া বিষয়। এনেদৰে বক্তব্য উপস্থাপন কৰাৰ বাবে যে তাৰ বিশ্বাসযোগ্যতা বাঢ়িছে সেই বিষয়ে সংশয়ৰ অৱকাশ নাই। আলোচ্যমান যুগৰ 'অৰ্থ নৈতিক-সামাজিক জীৱন-প্ৰসংগত ড° নেওগৰ ভাষ্য :

"আগৰ কালৰে পৰা মাটি আছিল ৰাজ সম্পত্তি। তাৰ বাবে প্ৰজাই ৰজাঘৰক কৰ দিব লাগিছিল। পূৰ্বৰ ৰজা শ্ৰীভূতি বৰ্মাই দিয়া তামৰ পট্টা হেৰোৱাত সেই পট্টাৰ মাটি কৰদ হোৱা বাবে পুনৰ ভাস্কৰবৰ্মাই নিধনপুৰ ফলিখন কৰিবলগীয়া হৈছিল। ফলিত ৰজাই দান কৰা ভূমিৰ নিৰ্দিষ্ট সীমা নিৰূপণ কৰা আৰু তাত হোৱা শস্যৰ নাম আৰু পৰিমাণ লিখি দিয়াৰ পৰা সেই কালত এনেবোৰ বিষয় আলোচনা কৰা ৰজাঘৰীয়া বিষয়াৰ নিয়োগ হৈছিল বুলি অনুমান কৰিব পাৰি[৬]।"

পুৰাবৃত্ত চৰ্চাত ড° নেওগৰ আস্থাৰ বিষয়ে এনে বৰ্ণনাই স্পষ্টভাৱে জানিবলৈ দিছে।

অধ্যাপক মহেশ্বৰ নেওগ সংকলিত-সম্পাদিত 'পৱিত্ৰ অসম' ৰাজ্যখনৰ বিভিন্ন ধৰ্মাৱলম্বী লোকৰ পূতস্থান সমূহৰ বিষয়ে এখন অদ্বিতীয় গ্ৰন্থ। অসমৰ বিভিন্ন ঠাইত অৱস্থিত দল-দেৱালয়, গীৰ্জা-গুৰুদ্বাৰ, মছজিদ, বৌদ্ধ বিহাৰ আদি সামৰি অসম সাহিত্য সভাৰ

৬। প্ৰাগুক্ত, পৃ : ১৬৭-১৬৮



আঁচনি মৰ্মে নেওগ ডাঙৰীয়াই এই গ্ৰন্থ সম্পাদনা কৰি উলিয়ায়[৭]। প্ৰায় ডেৰ কুৰি গৰাকী লেখকৰ লেখা ইয়াত সন্নিবিষ্ট হোৱাটো উল্লেখযোগ্য। বৃহৎ আকাৰৰ গ্ৰন্থখনৰ প্ৰায় এক তৃতীয়াংশ সম্পাদকৰ নিজস্ব ৰূপ-নিস্থত। বেলেগ বেলেগ লেখকৰ ৰচনাসমূহ অঞ্চল, জিলা বা মহকুমা হিচাপে প্ৰণালীবদ্ধভাৱে সজোৱাৰ ফলত পঢ়াত সুচল হৈছে। ৰাজ্যখনৰ উজনি-নামনিৰ অধিকাংশ মঠ-মন্দিৰ বা অন্য ধৰ্মানুষ্ঠানৰ ধ্বংসাৱশেষৰ বিৱৰণ পুথিখনত সন্নিবিষ্ট হোৱাটো সন্তোষৰ বিষয়। অনেক ঠাইত সম্পাদকে প্ৰয়োজন অনুযায়ী পাদটীকাত নিজস্ব মন্তব্য আগবঢ়োৱাটোও পাঠকৰ চকুত পৰিব।

পুথিত সংযোজিত প্ৰায় ডেৰ কুৰি পিঠীয়া সম্পাদকীয় 'ভূমিকা'ৰ কথা নক'লে আলোচনা অসম্পূৰ্ণ হৈ ৰ'ব। 'ভূমিকা' খনে অসমৰ ভিন ভিন ধৰ্মৰ উৎপত্তি তথা বিকাশৰ লগতে মঠ-মন্দিৰ আদিৰ বিষয়েও বিস্তৃতভাৱে জানিবলৈ দিছে। অঞ্চলটোৰ ইতিহাস পুৰাতত্ব সংস্কৃতি ধৰ্মবিশ্বাস আদিৰ বিষয়ে সম্যক ধাৰণাৰ অবিহনে 'পৱিত্ৰ অসম'ৰ লেখীয়া গ্ৰন্থ সম্পাদনা কৰাটো কঠিন।

ড° মহেশ্বৰ নেওগৰ কিছু সংখ্যক উন্নত মান-বিশিষ্ট প্ৰবন্ধ-পাতিয়েও পুৰাতত্বৰ প্ৰতি তেখেতৰ আনুগত্যৰ ইংগিত দিয়ে। এনে প্ৰবন্ধ-ৰচনাসমূহ থলুৱা আলোচনী অথবা পত্ৰ-পত্ৰিকাত প্ৰকাশ পোৱাৰ উপৰিও অসমৰ বাহিৰৰ গৱেষণা পত্ৰিকাতো মুদ্ৰিত হৈছিল। অসমীয়াত ৰচিত পুৰাতত্ব সম্পৰ্কীয় তিনিটা নিবন্ধৰ নাম সংগ্ৰহ কৰিব পৰা গৈছে। এই কেইটা হৈছে 'হাজোৰ দল দেৱালয়'[৮], 'ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তিনিখন তামৰ ফলি'[৯] আৰু 'পূব ভাৰতৰ শাসনাৱলী অধ্যয়নৰ তাৎপৰ্য'[১০]। প্ৰবন্ধ কেইটাৰ নামেই ইংগিত বহন কৰিছে

৭। মহেশ্বৰ নেওগ ( সংকলন, সম্পাদনা ) ঃ পৱিত্ৰ অসম, যোৰহাট, ১৯৬৯ ( প্ৰথম সংস্কৰণ ১৯৬০ )
৮। ৰামধেনু, ৪ৰ্থ বছৰ ৬ষ্ঠ সংখ্যা, আহিন ১৯৭৬ শক
৯। অসম সাহিত্য সভা পত্ৰিকা, ২৯শ বছৰ ১ম সংখ্যা, (১৯৭২), পৃঃ ২৮
১০। একে, ত্ৰিংশ বছৰ, প্ৰথম সংখ্যা, বহাগ ১৮৯৫ শক, পৃঃ ১

এইবোৰৰ আলোচ্য বস্তুৰ বিষয়ে।

অসম তথা ভাৰতৰ কেবাখনো ইংৰাজী ভাষাৰ গৱেষণা পত্রিকাত অধ্যাপক মহেশ্বৰ নেওগে ভালেমান মননশীল প্রবন্ধ লেখিছিল। ইয়াৰে কিছু সংখ্যকৰ উপজীব্য প্রত্নতত্ত্ব। উদাহৰণ স্বৰূপে নীলাচল অনুশাসন,[১১] কামৰূপ নৃপতি মাধৱদেৱৰ নীলাচল তাম্রশাসন,[১২] পিংগলেশ্বৰ তাম্রশাসন[১৩] আদিৰ বিষয়ে উল্লেখ কৰা বাঞ্ছনীয়। সর্বভাৰতীয় পর্যায়ৰ পত্রিকাত প্রকাশিত এনে লেখাসমূহৰ জৰিয়তে অসমৰ সভ্যতা সংস্কৃতি দেশৰ বহিৰ্ভাৰতৰ বিদ্যৎমণ্ডলীৰ আগত উদঙাই দিয়া হৈছে।

প্রত্নতত্বানুৰাগী নেওগদেৱে নিজে যেনেদৰে নিষ্ঠাসহ পুৰাবৃত্ত অধ্যয়ন চর্চা কৰিছিল আনকো তেনে কামত উৎসাহিত কৰিবলৈ কুণ্ঠিত নহৈছিল। তেখেতৰ স্নেহধন্য ছাত্র হিচাপে বর্তমান নিবন্ধ লেখকে এই বিষয়ে বিস্তৰভাৱে জনাৰ সুবিধা লাভ কৰিছে। প্রায় কুৰি বছৰ পূর্বৰ কথা। ১৯৭৬ চনৰ ফেব্রুৱাৰী মাহ। ভোমোৰাগুৰি পাহাৰৰ দুর্গম হাবিৰ মাজৰ এটা বিয়াগোম শিলত খোদিত আহোম স্বৰ্গদেৱ প্রতাপসিংহ (১৬০৩-১৬৪১)ৰ দিনৰ অনুশাসন এখনৰ পাঠ উদ্ধাৰ কৰে অধ্যাপক (বর্তমান ডক্টৰ) নাৰায়ণ দাস আৰু এই লিখকে[১৪]।

১১। The Nilachal Grant of an unknown Kamrup king, Journal of the university of Gauhati, vol-XVI-XVII, No-1, Arts, 1965-66.

১২। The Nilachal Copper-plates of king Madhava Deva of Kamrupa, Journal of the Visweswaranand vedic Research Institute, Hoshiarpur.

১৩। The Pingalesvara Coper-plates of 1661 saka and 1703 saka, G. U. Journal, vol XXVIII-XXIX, No. 1 Arts, 1977-78. pp-100-108.

১৪। ফলিখন বিচাৰি উলিওৱা আদি কামত সহযোগ কৰিছিল ড° আনন্দ মোহন মুখোপাধ্যায়, অধ্যাপক প্রফুল্ল চন্দ্র গোস্বামী, পূর্ণেশ্বৰ নাথে।



অতিশয় গুৰুত্বপূর্ণ এই শিলালিপিৰ পাঠ উদ্ধাৰ কৰাৰ পিছতে ড° নেওগদেৱক জনোৱাত তেখেতে অতি আনন্দিত হৈ চিঠিৰ জৰিয়তে অভিনন্দন জনাইছিল আৰু দুই-এটা অক্ষৰ সম্পর্কত নিজ মত ব্যক্ত কৰিছিল[১৫]। ভৱিষ্যতলৈকো এনে কার্যত আত্মনিয়োগ কৰিবলৈ দিয়া অফুৰন্ত অনুপ্রেৰণা আছিল চিঠিখনৰ আন এক বৈশিষ্ট্য।

পুৰাতত্বপ্রেমী পণ্ডিতজনাক অতি নিবিড়ভাৱে পাইছিলো। বিগত দশকৰ আগভাগত সংঘটিত হোৱা শিলালিপি ৰক্ষা আন্দোলনৰ সময়ত। ব্রহ্মপুত্রৰ ওপৰেদি কলীয়া ভোমোৰা দলং নির্মাণৰ বেলিকা উপৰি উক্ত শৈললেখখন উত্তৰ পাৰৰ স্থলভাগৰ স্তম্ভটো নির্মাণৰ বাটত প্রতিবন্ধক হোৱা বাবে ৰেলৱে কর্তৃপক্ষই সেইখন ধ্বংস কৰি পথ মুকলি কৰিবলৈ ওলাইছিল। ঠিক সেই মুহূর্ততে ৰাজ্যৰ সংবাদ পত্রসমূহৰ অকুণ্ঠ সহযোগত বর্তমান লেখকে শিলালিপি ৰক্ষা আন্দোলনৰ সূচনা কৰে। অসমীয়া-ইংৰাজী ভাষাৰ বাতৰি কাকতত উপর্যুপৰি বিবৃতি চিঠি-প্রবন্ধাদি প্রকাশ কৰাৰ লগতে পুনঃ পুনঃ গুৱাহাটীলৈ ঢাপলি মেলি অসম সাহিত্য সভা, ৰাজ্যিক সংগ্রহালয় কর্তৃপক্ষ, পুৰাতত্ব সঞ্চালকালয়, বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ আদিৰ উপৰি ড° মহেশ্বৰ নেওগ প্রমুখ্যে কিছু সংখ্যক ব্যক্তিৰ লগতো জাতীয় সম্পদটি ৰক্ষা কৰা সম্পর্কে আলোচনা কৰা হৈছিল।

শিলালিপি ৰক্ষা ৰণত এইবাৰ আবির্ভাৱ ঘটিল মহাৰথী মহেশ্বৰৰ। তেখেতে উদাত্ত আহ্বান দিলে, 'ভোমোৰাগুৰিৰ শিল ডুখৰি ৰাখিব কোনে? শীর্ষক লেখাৰে[১৬]। একেখন পাহাৰত অৱস্থিত পণ্ডিত হেমচন্দ্র গোস্বামী (১৮৭২-১৯২৮) য়ে ১৯১৬ চনতে পাঠ উদ্ধাৰ কৰা ফলি দুখনৰ হগতে উপৰি উক্ত শাসনৰো তাৎপর্য ব্যাখ্যা কৰি তেখেতে ইয়াৰ সংৰক্ষণৰ বাবে শক্তিশালী দাবী উত্থাপন কৰিলে। ইয়াৰ পিছৰ পৰা সংগ্রাম চলাই নিয়াৰ কাৰণে ড° নেওগদেৱক প্রধান

১৫। আমাৰ ২৭।২।৭৬ তাৰিখৰ চিঠিৰ উত্তৰত ১৪।৩।৭৬ তাৰিখে দিয়া চিঠি।

১৬। প্রান্তিক, ১ চেপ্তেম্বৰ ১৯৮৩, পৃঃ ১৮-১৯

পৰামৰ্শদাতা ৰূপে লোৱা হয়। তেখেতৰ পৰামৰ্শ অনুযায়ী দেশৰ ভালেমান ব্যক্তি থকা বিশ্ববিদ্যালয় প্ৰমুখ্যে অনুষ্ঠান প্ৰতিষ্ঠানলৈ শিলালিপি ৰক্ষাৰ্থে এষাৰি মাত মাতিবলৈ খাটনি ধৰা হৈছিল। অন্তৰ্জাতিক খ্যাতিসম্পন্ন পুৰালিপিতত্ত্ববিদ ডক্টৰ দীনেশ চন্দ্ৰ সৰকাৰৰ অভিমত আনি[১৭] অসমৰ সংবাদ পত্ৰত প্ৰকাশ কৰি ভোমোৰাগুৰি শিলালিপি ৰক্ষা আন্দোলন তীব্ৰতৰ কৰি তোলাৰ গুৰিতেও আছিল আলোচ্যমান পণ্ডিত গৰাকীৰ মন্ত্ৰণা। অৱশেষত ৰেলৰে কৰ্তৃপক্ষ বাধ্য হৈ তামিলনাডুৰ চালেম জিলাৰ ইৰোড নামৰ ঠাইৰপৰা নিপুণ শিলাকুটি আনি লিপিসম্বলিত শৈলখণ্ড কাটি উলিওৱাই দিয়ে। লগে লগে ১৯৮৩ চনৰ ১ মে তাৰিখৰ পৰা চলা প্ৰায় এৰৈকশ মহীয়া শিলালিপি ৰক্ষা আন্দোলনৰ ১৯৮৫ চনৰ ২৩ জানুৱাৰীৰ দিনা যৱনিকা ঘটিল।

বিশিষ্ট পুৰাতত্ত্ববিদ ডঃ মহেশ্বৰ নেওগৰ অভিজ্ঞাপুষ্ট দিহাবুধি নোপোৱা হ'লে ৰাজ্যৰ অন্যতম জাতীয় সম্পদ ভোমোৰাগুৰি শৈললেখ ৰক্ষা কৰাটো যে কিমান কষ্টকৰ হ'লহেঁতেন সেয়া ভাবিবলৈও টান। আন্দোলন সফলতাৰে সামৰণি পৰাৰ পিছত প্ৰবন্ধ লেখকলৈ ওলগ জনাই প্ৰেৰণ কৰা পত্ৰৰ মাজতো প্ৰকাশ পাইছে অসমৰ পুৰাতাত্ত্বিক সম্পদ তথা জাতীয় ঐতিহ্যৰ প্ৰতি প্ৰয়াত পণ্ডিতজনাৰ সুগভীৰ আনুগত্য আৰু অবিচল দায়িত্ববোধ। জাতীয় স্বাৰ্থ ৰক্ষাৰ্থে কাম কৰি শাৰীৰিক, মানসিক, পাৰিবাৰিক, আৰ্থিক আৰু শৈক্ষিকভাৱে জৰ্জৰিত হোৱাজনক কোনোবা আত্মম্ভৰী সাহিত্যিকে প্ৰশংসাৰ ছলেৰে নিন্দা কৰিলেও ডঃ নেওগ সদৃশ বিচক্ষণ পুৰাতত্ত্ববিদৰ স্বীকৃতি হৈ ৰ'ব অফুৰন্ত অনুপ্ৰেৰণাৰ উৎস।



১৭। প্ৰবন্ধ লেখকৰ ২৭।৯।৮৩ তাৰিখৰ পত্ৰৰ উত্তৰত ২৭।১০।৮৩ তাৰিখে দিয়া চিঠি।

# জীৱনীকাৰ ডঃ মহেশ্বৰ নেওগ

## ডঃ গোবিন্দ প্ৰসাদ শৰ্মা

ডঃ মহেশ্বৰ নেওগ যদিও আমাৰ সকলোৰে পৰিচিত এগৰাকী প্ৰসিদ্ধ পণ্ডিত আৰু গৱেষক, তথাপি কবি, লঘু প্ৰবন্ধকাৰ আৰু ৰচনাকাৰ হিচাপেও অসমীয়া সাহিত্যত তেওঁ এখন আসনৰ অধিকাৰী। জীৱনীকাৰ হিচাপেও তেওঁ তেওঁৰ বিচৰণ ক্ষেত্ৰৰ লঘু আৰু গুৰু দুয়োটা অঞ্চলতে সমান আত্ম-প্ৰত্যয়ৰে বিচাৰ কৰিব পাৰে। লেখক হিচাপে তেওঁৰ আদি অৱস্থাত গুৰু প্ৰবন্ধৰ সমানে সমানেই লঘু ৰচনা, লঘু প্ৰবন্ধ কবিতা আদি ৰচনা কৰিছিল। এনে অৱস্থাতে নেওগে (তেতিয়াও ডঃ নহয়) জীৱনীকাৰ হিচাপেও আত্মপ্ৰকাশ কৰে 'বেজবৰুৱাঃ মানুহজন' নামৰ দীঘলীয়া জীৱনীমূলক ৰচনাখনৰ যোগেদি (''জয়ন্তী' জুলাই-আগষ্ট ১৯১৮)। পাশ্চাত্য সাহিত্যৰ লিটন ষ্ট্ৰেচী উদ্ভাৱিত নতুন জীৱনীৰ আৰ্হিত ৰচিত এয়া অসমীয়া সাহিত্যত নতুন জীৱনী ৰচনাৰ প্ৰথম প্ৰয়াস। এখন ৰচনাহে মাথোন, আৰু সিও লক্ষ্মীনাথ বেজবৰুৱা মানুহজনৰ শিশু আৰু কিশোৰ অৱস্থাক মাথোন সামৰা যদিও, এই জীৱনীমূলক ৰচনাখনি অসমীয়া সাহিত্যত এখন বিশেষ আসনৰ অধিকাৰ বুলি সত্তৰৰ দশকতে মই দেখুৱাইছিলোঁ। কিয়নো বিংশ শতাব্দীৰ আৰম্ভণীত উদ্ভৱ হোৱা বিশ্বৰ জীৱনী সাহিত্যৰ এটি নতুন ধাৰাৰ এয়া প্ৰথম অসমীয়া নমুনা।

অসমীয়া সাহিত্যত তেতিয়া নতুন বস্তু এই ৰচনা খনিত লেখকে এটা আগকথা জুৰি দিছে তাত লিটন ষ্ট্ৰেচী, আন্দ্ৰে ম'ৰুৱা আদিয়ে সৃষ্টি আৰু পুষ্ট কৰা নতুন জীৱনী নামৰ এই ধাৰাৰ বিষয়ে এটি চমু যদিও যোগ্য পৰিচয় আগবঢ়াই এনে জীৱনীৰ বিপৰীতে অসমীয়া জীৱনীৰ দৈন্যৰ কথা কৈছে। ইয়ে ডেকা সাহিত্যিক নেওগৰ

পাশ্চাত্য সাহিত্যৰ ঐশ্বৰ্যৰ প্ৰতি আকৰ্ষণ আৰু সন্তাৱ আৰু তাৰ বিপৰীতে আমাৰ অসমীয়া সাহিত্যৰ দৈন্যৰ চেতনালৈ আঙুলিয়ায়। অৱশ্যে ৰচনাখনিৰ আৰম্ভণীতে সংযুক্ত কৰা এই এধানমানি টোকাটিত ড° নেওগৰ জীৱনীৰ এই শাখাটিৰ বিষয়ে জ্ঞানৰ উমান পাওঁ যদিও ৰচনা খনিত এই তাত্ত্বিক জ্ঞানৰ ব্যৱহাৰেৰে এই শ্ৰেণীৰ সাৰ্থক ৰচনা এখন লিখি উলিওৱাত তেওঁক কিন্তু সম্পূৰ্ণৰূপে কৃতকাৰ্য হোৱা নেদেখিলোঁ। নতুন জীৱনীকাৰ সকলৰ ধৰ্মেৰেই ড° নেওগেও এই ৰচনাত তেওঁৰ বিষয় শিশু আৰু কিশোৰ বেজবৰুৱাৰ জীৱনৰ সৰু সুৰা ঘটনাবোৰকেই অৱশ্যে বুটলি আনি ব্যৱহাৰ কৰিছে। কিন্তু সাৰ্থক নতুন জীৱনীকাৰ সকলে এনে তেনেই সৰু সুৰা কথাবোৰেৰেই যেনেকৈ মানুহজনক জীৱন্ত কৰি তুলিব পাৰে, ড়ঃ নেওগে কিন্তু শিশু আৰু কিশোৰ বেজবৰুৱাক সিমান জীৱন্ত কৰিব পৰা নাই। অৰ্থাৎ ঘটনা বোৰৰ উপস্থাপনত আৰু সেই ক্ষেত্ৰৰ সংযোগকাৰী টিপ্পনীত ইয়াৰ যথোপযুক্ত কুশলতাৰ অভাৱ ঘটিছে। অৱশ্যে নতুন জীৱনীৰ দৰেই ইয়াৰ বৰ্ণনা সুখপাধ্য কৰি তোলাত ৰচনাকাৰ ইয়াত কৃতকাৰ্য হৈছে।

এখন কৃতী নতুন জীৱনীমূলক ৰচনা বুলি ইয়াক গ্ৰহণ কৰিব নোৱাৰাৰ অন্য এটি কাৰণ হ'ল জীৱনৰ ঘটনাৰাজিৰ অতি কঠোৰ নিৰ্বাচনেৰে নতুন জীৱনীৰ যি আটিল বন্ধন বা সংযুক্তিৰ সৃষ্টি কৰা হয়— সি ইয়াত অনুপস্থিত। ইয়াৰ ঘটনাৰ নিৰ্বাচন আৰু সংযুতি ঢিলা। নতুন জীৱনীহিচাপে ইয়াৰ অন্য এটা ত্ৰুটী, নতুন জীৱনীত বিষয়ক অকল বস্তুনিষ্ঠভাবে চোৱাই নহয়, তেওঁৰ দোষ-ত্ৰুটীবোৰো দেখুওৱাৰ উপৰি তেওঁক প্ৰয়োজন বুজি ব্যঙ্গ বা বিদ্ৰূপো কৰা হয়। ইয়াত কিন্তু বিষয়ৰ প্ৰতি লেখৰ পৰম্পৰাগত জীৱনবোৰৰ দৰেই শ্ৰদ্ধাশীল বা প্ৰশংসামুখৰ।

পৰৱৰ্তী কালৰ পণ্ডিত প্ৰবৰ ডঃ নেওগৰ লেখক হিচাপে আদি অৱস্থাত এনে এটি প্ৰয়াসত তেওঁ যে অকৃতকাৰ্য হৈছিল— তাৰ এটি বিশেষ তাৎপৰ্য আছে। নতুন জীৱনী হৈয়ো উপন্যাসৰ দৰে সুখপাঠ্য আৰু মনোৰম বাবে দৰাচলতে সৃষ্টিধৰ্মী ৰচনা। পিছলৈ পণ্ডিত



হৈ উঠিবলগীয়া ডঃ নেওগে এতিয়াও যেন নিজৰ প্ৰতিভাৰ উপযুক্ত ক্ষেত্ৰ চিনাক্ত কৰিব নোৱাৰি সাহিত্য বিভিন্ন শাখাত বিচৰণ কৰি ফুৰিছে— কবিতা, লঘু ৰচনা, লঘু প্ৰবন্ধ, নতুন জীৱনী— ইত্যাদি। কোনফালে তেওঁৰ প্ৰতিভাই গতি কৰি আপোন ক্ষেত্ৰ বিচাৰি উলিয়াবসি যেন এতিয়াও নিৰ্ধাবিত হোৱা নাই।

কিন্তু ইয়াৰ এঘাৰ বছৰ পিছত যেতিয়া তেওঁৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" (১৯৪৯) নামৰ শংকৰদেৱৰ পূৰ্ণাংগ জীৱনী গ্ৰন্থখন প্ৰকাশিত হ'ল, ড° নেওগৰ ( এতিয়াও অৱশ্যে ড° নহয় ) প্ৰতিভাই যেন তেতিয়া উপযুক্ত ক্ষেত্ৰ বিচাৰি পালে— গৱেষণামূলক পাণ্ডিত্যৰ ক্ষেত্ৰ। বৈষ্ণৱ সত্ৰবোৰত সংৰক্ষিত হৈ থকা প্ৰকাশিত আৰু অপ্ৰকাশিত সপ্তদশ-অষ্টাদশ শতাব্দীৰ চৰিত পুথিবোৰত কাল্পনিক, অতিকাল্পনিক, অতিৰঞ্জিত বহু ঘটনাৰো বাস্তৱ ঘটনাৰ বা কথাৰ লগতে সংমিশ্ৰণ ঘটাই যিগৰাকী শংকৰদেৱ অংকিত কৰি যোৱা আছিল— সেই গৰাকীকে সেই চৰিত পুথিবোৰৰে মাজৰ বাস্তৱ তথ্যবোৰৰ যুক্তিনিষ্ঠ ব্যৱহাৰ আৰু বিশ্লেষণৰ সহায়ত বাস্তৱিক ৰূপত এই জীৱনীত পুনৰ্নিৰ্মিত কৰাৰ লগতে তেওঁৰ প্ৰচাৰিত ধৰ্ম আৰু কৃত কৰ্মৰাজিৰ ইয়াত বিচক্ষণ পাণ্ডিত্যপূৰ্ণ আলোচনা আগবঢ়োৱা হৈছে। এই কামৰ বাবে ড° নেওগৰ বাট পূৰ্বতে সুচল কৰি থৈছিল লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ "শংকৰদেৱ" আৰু "মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ" (১৯১৬) গ্ৰন্থ দুখনিৰ যোগেদি। কিন্তু বেজবৰুৱাই এনে জীৱনী গ্ৰন্থ ৰচনা কৰিছিল পাণ্ডিতিক পদ্ধতিৰে নহয়; সাধাৰণ জ্ঞানেৰে সাধাৰণ পাঠকৰ বাবে। গতিকে এনে জীৱনীয়ে নেওগৰ বাট সুচল কৰিলেও নেওগৰ জীৱনীখনি হৈ উঠিল এক গৱেষণাপ্ৰসূত পাণ্ডিত্যগৰ্ভ জীৱনী। মাদ্ৰাজৰ নাটেচন কোম্পানীয়ে প্ৰকাশ কৰা বাণীকান্ত কাকতিৰ ইংৰাজী পুস্তিকা Sankaradeva (১৯২১) খনো ডঃ নেওগৰ চকুৰ আগত এই কাম কৰোঁতে নিশ্চয় আছিল।

চৰিত পুথিবোৰৰ অলৌকিক, অতিৰঞ্জিত ঘটনাৰে ভৰা শঙ্কৰদেৱৰ যি জীৱন, তাৰ বাবেই ড° নেওগৰ সময়লৈকেও শংকৰদেৱৰ

জীৱন আছিল সাধাৰণ মানুহৰ মনত কৃষ্ণলীলাৰ দৰে লীলাৰে ভৰা জীৱন। তেওঁৰ জীৱনৰ ঘটনা বা কাহিনীবোৰৰো বিভিন্ন চৰিত্ৰত বিভিন্ন ৰূপ। ডঃ নেওগে কঠোৰ পৰিশীলিত গৱেষণাৰ মাজেদি শংকৰদেৱৰ জীৱন আৰু ব্যক্তিত্বৰ প্ৰকৃত সত্যবোৰ উদঘাটন কৰিলে আৰু পদ্ধতিমূলকভাৱে সেইবোৰ সজাই শংকৰদেৱক মহৎ কিন্তু মানৱীয় ৰূপতহে এই জীৱনীত দাঙি ধৰিলে। অকল সেয়েই নহয়, তেওঁৰ সমগ্ৰ কৰ্ম আৰু ৰচনাৰাজিৰ এক বিচক্ষণ পাণ্ডিত্যিক আলোচনা আৰু বস্তুনিষ্ঠ মূল্যায়নো কৰি এই গৰাকী কালজয়ী ব্যক্তিৰ প্ৰতিভাৰ সম্যক পৰিচয় দাঙি ধৰিলে। এইদৰেই এই গ্ৰন্থ হৈ উঠিল শংকৰদেৱৰ জীৱন, প্ৰচাৰিত ধৰ্ম আৰু কৰ্মৰাজি সম্পৰ্কে প্ৰকৃত সত্যৰ প্ৰকাশক আৰু ডঃ নেওগৰ পাণ্ডিত্যিক প্ৰতিভাৰ স্বাক্ষৰ-বাহক।

ইয়াৰ পিছত প্ৰকাশ পালে তেওঁৰ পি. এইচ্চ. ডি. ডিগ্ৰীৰ বাবে যুগুতোৱা ইংৰাজী গ্ৰন্থ, Sankaradeva and His Times (১৯৬৫)। পূৰ্বতে Sankaradeva and His Predecessors (1953) বুলি এক সৰু গ্ৰন্থ শংকৰদেৱ আৰু তেওঁৰ পূৰ্বপুৰুষ সকলৰ বিষয়ে প্ৰকাশিত কৰা হৈছিল। সেই ইংৰাজী গ্ৰন্থ আৰু 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' অসমীয়া গ্ৰন্থখনিৰে অৱলম্বনত এইবাৰ প্ৰশস্তৰূপত প্ৰকাশ পালে এই বৃহৎ ইংৰাজী গ্ৰন্থ আৰু ডঃ নেওগৰ অধ্যৱসায় আৰু অক্লান্ত গৱেষণাৰ উজ্জ্বল চানেকি এই গ্ৰন্থ। পিছত দিল্লীৰ এক ৰাষ্ট্ৰীয় প্ৰকাশন অনুষ্ঠানে Sankaradeva নামত এওঁৰ আৰু এখন সৰু পুস্তিকা প্ৰকাশিত কৰিছে।

প্ৰথম জীৱনীমূলক ৰচনা "বেজবৰুৱা : মানুহজন"ত বাহিৰে পৰৱৰ্তী সকলো জীৱনী গ্ৰন্থতে ডঃ নেওগে তেওঁৰ জীৱনীৰ বিষয়ৰ জীৱন আৰু ব্যক্তিত্ব অংকন কৰাতকৈয়ো বিষয়ৰ কৰ্মৰাজি আৰু ৰচনাৰ পাণ্ডিত্যিক বিচাৰ-বিশ্লেষণ তথা মূল্যায়নৰ ওপৰতহে বেছি জোৰ দিছে। অসমীয়া আৰু ইংৰাজীত লিখিত তেওঁৰ দুখন প্ৰধান জীৱনীগ্ৰন্থ "শ্ৰীশ্ৰীশংকৰদেৱ" আৰু Sankaradeva and His



Times অত শংকৰদেৱৰ জীৱনৰ ওপৰত যি গুৰুত্ব, তাতো বিষয়ৰ জীৱনটো অংকন কৰাতকৈ, শংকৰদেৱৰ জীৱনৰ ঘটনাৱলীক লৈ যিবোৰ খেলিমেলি, তাক গৱেষণা আৰু যুক্তিনিৰ্ভৰ বিশ্লেষণৰ সহায়ত থিৰ কৰাহে। গতিকে ডঃ নেওগক জীৱনীকাৰ হিচাপে আমি নলৈ নোৱাৰোঁ। যদিও, জীৱনী ৰচনাৰ ক্ষেত্ৰত তেওঁ নিৱদ্ধ হৈ আছিল তেওঁৰ ভিতৰৰ গৱেষক-পণ্ডিতজনৰ গৱেষণা আৰু যৌক্তিক বিশ্লেষণৰ তাগিদাত। তেওঁৰ প্ৰথম জীৱনীমূলক ৰচনাখনিত বাহিৰে সকলো পৰৱৰ্তী জীৱনীগ্ৰন্থ যে শংকৰদেৱক লৈ সি ইয়াকে সূচায়। জীৱনীকাৰ হিচাপে আকৌ তেওঁ উদ্দীপ্ত হৈছিল শংকৰদেৱৰ জীৱন আৰু কৰ্মৰাজিৰ দ্বাৰা। তেওঁৰ শংকৰদেৱৰ জীৱনী গ্ৰন্থবোৰ দৰাচলতে তেওঁৰ শংকৰপণ্ডিত্যৰ চিনহে।

# অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী ডঃ মহেশ্বৰ নেওগ

নগেন চৌধুৰী

ডঃ মহেশ্বৰ নেওগ বুলি উচ্চাৰণ কৰিলেই আমাৰ মনত পৰে পণ্ডিত প্ৰবৰ. প্ৰাচ্যতত্ত্ববিদ প্ৰফেছৰ মহেশ্বৰ নেওগলৈ। অসমীয়া সাহিত্যৰ অত্যুজ্জ্বল নক্ষত্ৰ ডঃ নেওগ। কি সাহিত্য, কি ভাষা কি সংস্কৃতি, কি নৃত্য, কি ধৰ্ম কি সংগঠন, কি বক্তা সকলোতে প্ৰৌঢ়ত্বৰ পৰিচয়ৰে ডঃ নেওগ পৰিচিত আৰু জনপ্ৰিয়। সাহিত্য, সংস্কৃতিৰ লগত গভীৰভাৱে জড়িত থাকিও বিভিন্ন বিষয়ত প্ৰতিভাৰ স্বাক্ষৰ ৰাখি যাব পাৰিছিল ডঃ নেওগে। ইহুদী মেনুহিন, বিছমিল্লা খান আদি আন্তৰ্জাতিক খ্যাতিসম্পন্ন সঙ্গীতজ্ঞসকলৰ লগতে ডঃ নেওগে ৰাষ্ট্ৰীয় সংগীত নাটক অকাডেমীৰ পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ প্ৰখৰ বুদ্ধিদীপ্ত. প্ৰখৰ স্মৃতি শক্তি আৰু মৌলিক চিন্তাধাৰাই অসমীয়া সাহিত্য সমাজক উৰ্ধৰ পৰা উৰ্ধমুখী কৰি তুলিছিল। আমি তম্বুৰ তলত বাস কৰা ব্যক্তিসকলে আকাশচুম্বী হিমালয়ৰ উচ্চ শৃংগৰ ধাৰণা কৰিব নোৱাৰাৰ দৰে নেওগ ছাৰৰ প্ৰতিভা আমাৰ দৰে ব্যক্তিয়ে অনুধাৱন কৰা সহজ নহয়। সংগীত, নাটক অকাডেমীৰ পুৰস্কাৰপ্ৰাপ্তিয়ে প্ৰমাণ কৰে ডঃ নেওগৰ 'Crowning glory to a life of tireless dedication' অলপতে ডঃ নেওগৰ ৮১ তম জন্মদিন (৭ ছেপ্টেম্বৰ) পালন কৰা হয় আৰু লগতে স্মৰণ কৰা হয় পণ্ডিতজনাৰ জীৱনজুৰি কৰা সাধনা। ডঃ নেওগক বাদ দি অসমীয়া সাহিত্য, সংস্কৃতিৰ কথা ভাবিব নোৱাৰি। ইয়াৰ পিছতে নাম ল'ব পৰা যায় ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ। অপ্ৰিয় হ'লেও ক'ব লাগিব যে এই দুজন পণ্ডিতৰ পিছত অসমীয়া সাহিত্য 'ভেকুৱাম' হৈ পৰিব। আৰু বা কিমানদিন এনে পণ্ডিতৰ অপেক্ষাত ৰ'ব লগা হয়।



মহাপুৰুষ শংকৰ-মাধৱদেৱৰ পিছতে লক্ষ্মীনাথ বেজবৰুৱা, ডঃ বাণীকান্ত কাকতি আৰু ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আদিৰ প্ৰতিভাৰে প্ৰতুজ্জ্বল হৈ ডঃ নেওগ বা ডঃ শৰ্মাই যি ব্যাপকতা লাভ কৰিছিল তেনেদৰে সৰ্বগ্ৰাসী সাহিত্যিক বৰ্তমান অসমীয়া সাহিত্যাকাশত বিচাৰি পোৱা টান। ডঃ নেওগ প্ৰকৃতাৰ্থতে বেজবৰুৱা আৰু ডঃ কাকতিৰ সুযোগ্য উত্তৰাধিকাৰী। প্ৰাচীন শিলালিপিৰ পৰা আধুনিক কবিতা, প্ৰাগ-ঐতিহাসিক ভাস্কৰ্য স্থাপত্যৰ পৰা আধুনিক চিত্ৰকলা, ভাষাতত্ত্বৰ পৰা নৃতত্ত্ব, ধ্ৰুপদী নৃত্য গীতৰ পৰা লোক কলা, ইতিহাস দৰ্শন, ধৰ্ম কি বিষয়ত বুৎপত্তি নাছিল নেওগৰ। ডঃ কাকতি আৰু ডঃ সুনীতি চট্টোপাধ্যায়ৰ অতি প্ৰিয় নেওগ, পাণ্ডিত্যৰ প্ৰতিভাৰে তেওঁলোকৰ সমকক্ষ হ'ব পৰাটো কম গৌৰৱ তথা ব্যক্তিত্বৰ কথা নহয়।

পঢ়াত যেনেদৰে তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিব পাৰিছিল ঠিক তেনেকৈ তেওঁ জীৱনৰ সকলো কামতে তীক্ষ্ণ আৰু ধীশক্তিৰ পৰিচয় দিব পাৰিছিল।

জকাইচুকীয়া গাঁৱৰ কমাৰফদীয়াত জন্ম লাভ কৰি নিজ চেষ্টা, অধ্যয়নৰ ফলত বিশ্ববিদ্যালয়ৰ সকলোবোৰ পৰীক্ষাতে শীৰ্ষস্থান লাভ কৰি ডঃ নেওগে এক স্বকীয়া প্ৰতিভাৰ পৰিচয় দি যাব পাৰিছিল। ১৯৩৪ চনত ষ্টাৰ সহকাৰে প্ৰৱেশিকা, ১৯৩৯ চনত ইংৰাজীত অনাৰ্ছৰে বি এ আৰু ১৯৪৭ চনত প্ৰাইভেটকৈ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম এ পাছ কৰে। ১৯৫৫ চনত Sankardeva & his Times; Early History of Vaisnava Faith and Movement in Assam বিষয়ত গৱেষণা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তিনিজন প্ৰথম ডক্টৰেটৰ ভিতৰত এজন; আন দুজন হ'ল ডঃ সত্যেন্দ্ৰনাথ শৰ্মা আৰু ডঃ প্ৰফুল্লদত্ত গোস্বামী। এই গৱেষণা-পত্ৰই শংকৰদেৱৰ বিষয়ে জনসাধাৰণক জ্ঞাত কৰাৰ উপৰি ডঃ নেওগৰ বৈষ্ণৱ সাহিত্যৰ ওপৰত থকা প্ৰতিভাৰ স্বাক্ষৰ বহন কৰে। জন্মস্থান কমাৰফদীয়াত যি প্ৰতিভাৰ বীজ ৰোপন কৰিলে সেই প্ৰতিভা দিনকদিনে উজ্জ্বলৰ পৰা উজ্জ্বলতৰ হৈ আহিল। ডঃ নেওগৰ প্ৰতিভাই তেওঁক

মহীয়ান কৰি তুলিলে।

ডঃ নেওগৰ যিসকলে সান্নিধ্য লাভ কৰিছিল তেওঁলোকে নেওগৰ ব্যক্তিত্ব তথা প্ৰতিভাৰ কথা অস্বীকাৰ কৰিব নোৱাৰে। তেওঁ নিজে আছিল ওখ, ডাঙৰ-দীঘল লোক আৰু প্ৰতিভাতো আছিল উচ্চ। তেওঁৰ চিন্তাধাৰা সমালোচনাত্মক হোৱা বাবে মাজে-সময়ে বিভিন্ন বিতৰ্কৰ সন্মুখীন হ'বলগা হৈছিল আৰু মাজে-সময়ে 'কাৰাকৈ' কথা ক'ব লগীয়াও হৈছিল। কিন্তু যিসকলে নেওগক বুজে তেনেলোকে নেওগক বেয়া পাব নোৱাৰে। আখৰ জোঁটনিৰ বেমেজালিৰ পৰা আধুনিক কবিতা-সাহিত্যলৈ নেওগে বিভিন্ন সময়ত মাত মাতি আহিছে। অসমীয়া লোক-সাহিত্যৰ পৰা ইংৰাজী সাহিত্যলৈ, ধৰ্মৰ পৰা মুছাফিৰ খানা (কবিতা পুথি) লৈ নেওগে কলম ধৰি আহিছে। ডঃ নেওগৰ সত্ৰীয়া সংস্কৃতিৰ ওপৰত গভীৰ জ্ঞান আছিল বাবেই স্বৰলিপিত বৰগীত', সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল আদি ৰচনা কৰি গ্ৰন্থকাৰে প্ৰকাশ কৰি অসমৰ ঐতিহ্যমণ্ডিত 'কলাৰ' বিষয়ে প্ৰচাৰ কৰিছিল। তেওঁ প্ৰতিপন্ন কৰিছিল যে সত্ৰীয়া নাচ এবিধ 'ক্লাছিকেল নাচ'। শ্ৰীহস্ত মুক্তাৱলী গ্ৰন্থত নাচৰ বিষয়ে বিভিন্ন ভংগীমাৰ কথা ব্যাখ্যা কৰিছে।

সৰুৰে পৰা বৈষ্ণৱী পৰম্পৰাত ডাঙৰ-দীঘল হোৱা জ্যেষ্ঠ ভ্ৰাতৃ ডিম্বেশ্বৰ নেওগ আৰু মহেশ্বৰ নেওগ দুয়োজনে বৈষ্ণৱ সাহিত্যত শীৰ্ষস্থান লাভ কৰিব পাৰিছিল। ডঃ নেওগে সাহিত্য ৰচনাৰে প্ৰথম দৃষ্টি আকৰ্ষণ কৰে গুৱাহাটীত পঢ়ি থকা অৱস্থাতে ব্যাপ্তিষ্ট মিছনেৰী হুগৰাকী মিছ হোমচ আৰু মিছ নিকৃচে ৰচনা কৰা দুখন ৰচনাৰ ভাঙনি কৰি। আনন্দৰাম ঢেকিয়াল ফুকনৰ A few Remarks on the Assamese language and on Vernacular Education in Assam দুয়োখন ৰচনাই আৱাহনত প্ৰকাশ পাইছিল। ১৯৭৭ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা ডঃ নেওগৰ Ananda Ram Dhekial Phukan : plea for Assam and Assamese ইয়াৰ সূত্ৰ ধৰিয়ে ৰচনা কৰে।



ডঃ নেওগৰ আন দুখন সুখ্যাত গ্ৰন্থ সম্পাদিত 'অৰুণোদই' আৰু প্ৰাচ্য শাসনাৱলী। দুয়োখন গ্ৰন্থৰে সুদীৰ্ঘ পাতনিয়ে প্ৰমাণ কৰে নেওগ ছাৰৰ প্ৰতিভাৰ কথা। এই দুয়োখন গ্ৰন্থ আৰু নেওগ ছাৰৰ পাতনি অসমীয়া সাহিত্যৰ অমূল্য গ্ৰন্থ হিচাপে পৰিগণিত হ'ব। ১৯৪৮ চনত 'শ্ৰীশংকৰদেৱ' গ্ৰন্থ প্ৰকাশ নেওগৰ জীৱনৰ এক মহৎ অৱদান বুলিব পাৰি। এই গ্ৰন্থৰ জুমুঠি ধৰিয়ে ১৯৫৫ চনত ৰচনা কৰে শংকৰদেৱ আৰু তেওঁৰ সময় ( Sankardeva and his Times : Early History of the Vaisnava Faith and his movement in Assam ) যিখনক 'magnam Opus' বুলিব পাৰি। অসমীয়া সাহিত্যৰ ৰূপৰেখা আৰু জীৱনৰ দীঘ আৰু বাণি আন দুখন সুকীয়া গ্ৰন্থ।

ডঃ নেওগৰ প্ৰতিভা আৰু ৰচনাৰ কথা কৈ সমাপ্ত কৰিব নোৱাৰি। শিশু সাহিত্য 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ'ৰ পৰা অসমীয়া গীতি সাহিত্য, কবিতা পুথি মুছাফিৰখানৰ পৰা ইংৰাজী কবিতা পুথি 'under one Sky', কীৰ্ত্তন আৰু নামঘোষা সম্পাদনাৰ পৰা প্ৰাচ্য শাসনাৱলীলৈ ৰচনাৰ কথা কৈ শেষ কৰিব নোৱাৰি। বিশ্ববিদ্যালয়ৰ নিৰ্মাণৰ পৰা অসম সাহিত্য সভাৰ সভাপতি, সম্পাদক হোৱালৈ। এতিয়ালৈকে পাঁচশৰো অধিক প্ৰবন্ধ লেখক নেওগে এশৰো অধিক ইংৰাজী অসমীয়া গ্ৰন্থ ৰচনা কৰি থৈ গ'ল। তেওঁৰ মৌলিক গ্ৰন্থৰ পৰা সম্পাদিত গ্ৰন্থ, ইংৰাজী-অসমীয়া গ্ৰন্থ, প্ৰবন্ধৰ এখন সুন্দৰ তালিকা ইচ্ছুক পাঠকে পাব ১৯৭৩ চনত প্ৰকাশ কৰা ডঃ মুকুন্দ মাধৱ শৰ্মা আৰু সত্যনাৰায়ণ ৰথ সংকলিত Dr. Maheswar Neog a profile and a bibliography। ইয়াৰ পিছতো ডঃ নেওগে অসংখ্য আপুৰুগীয়া গ্ৰন্থ, প্ৰবন্ধ ৰচনা কৰি গৈছে। সেই ৰচনাসমূহৰ তালিকাই এখন গ্ৰন্থ হ'ব।

ডঃ নেওগ ছাৰৰ আমি ছাত্ৰ হ'বলৈ পাই নিজকে ধন্য মানিছো। তেওঁক ওচৰৰ পৰা চোৱাৰ সুবিধাও পাইছিলো। নেওগ ছাৰৰ বিষয়ে বিভিন্ন সময়ত ভাৰতৰ বিশিষ্ট মনীষীসকলে তেওঁৰ প্ৰতিভা সম্পৰ্কে

দি যোৱা মন্তব্যসমূহে প্ৰমাণ কৰিব নেওগৰ অসাধৰণ প্ৰতিভা, scholar Extraordinary ৰ বিষয়ে।

ডঃ নেওগৰ ছুটামান বিশেষত্বৰ কথা আজিও মনত পৰে। 'চলন্ত অভিধান' নামৰ অভিধান এখন অসম চৰকাৰৰ ভাষা প্ৰয়োগ সঞ্চালকালয়ৰ পৰা প্ৰকাশৰ আঁচনি লৈ ডঃ নেওগক সভাপতি তথা মুখ্য সম্পাদক হিচাপে লৈ এখন কমিটি গঠন কৰে। সহকাৰী সম্পাদক হিচাপে নিয়োগ কৰে অতুল চন্দ্ৰ বৰুৱা, কীৰ্তিনাথ হাজৰিকা আৰু নৰেন শৰ্মাক। গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা 'চন্দ্ৰকান্ত অভিধান', অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'আধুনিক অসমীয়া অভিধান'ৰ পিছতে ডঃ নেওগৰ সম্পাদনাত প্ৰকাশ পায় 'চলন্ত অভিধান'। অভিধানখনৰ 'পাতনিৰ' বাহিৰে সম্পূৰ্ণ কৰি থৈ গৈছে নেওগ ছাৰে। এই বৃহৎ গ্ৰন্থখনিৰ লগত চৰকাৰী বিষয়া হিচাপে আমিও জড়িত আছিলো। অভিধানখনৰ বাবে অসুখীয়া পণ্ডিতজনে প্ৰচণ্ড পৰিশ্ৰম কৰিছিল আৰু শেহৰ ফালে তেওঁ ৰচনা কৰিব নোৱাৰি আন আন সদস্যসকলক মৌখিকভাৱেই অভিধানৰ বিষয়বোৰ দি সমাপ্ত কৰিছিল। তেওঁৰ জীৱনৰ সম্ভৱতঃ শেষ গ্ৰন্থ 'চলন্ত অভিধান'। এই গ্ৰন্থখন প্ৰকাশ হৈ উঠিলে 'অসমীয়া অভিধান' বুৰঞ্জীৰ এক 'মাইলৰ খুঁটি' হিচাপে চিহ্নিত হ'ব। হেমকোষৰ ৰচক হেমচন্দ্ৰ বৰুৱাৰ পিছতে নেওগে দ্বিতীয় স্থান লাভ কৰিলে। পাতনিখন নেওগে লিখি শেষ কৰি যাব নোৱাৰিলে; পাতনিখন হয়তো এখন 'দলিল' স্বৰূপ হ'লহেঁতেন। অভিধান ৰচনাতে যে ডঃ নেওগ ছাৰে স্থিতপ্ৰজ্ঞ হৈ কাম কৰিছিল তেনে নহয়, তেওঁ সকলো কামতে 'ছিৰিয়াছলি' লাগি গৈছিল।

ভাষা প্ৰয়োগৰ 'পৰিভাষা' সমিতিৰ সভাপতি আছিল নেওগ ছাৰ। ডঃ নেওগ যেন পৰিভাষা সমিতিৰ এৰাব নোৱাৰা ব্যক্তি। আৰম্ভণিৰ পৰাই তেওঁ পৰিভাষা সমিতিৰ লগত জড়িত। এদিনৰ কথাঃ পৰিভাষা সমিতিৰ আন সদস্য এজনো উপস্থিত নাছিল। ছাৰে মোক ক'লে, এতিয়া কিমান সময় হ'ল। মই ক'লো, ১১ টা বাজিছে।



কোনোচোন আহি নাপালে। আজিলৈ নহ'লে—। ছাৰে মোৰ কথা শেষ কৰিবলৈয়ে নিদিলে— ক'লে, নালাগে দিয়া। তুমি আছা নহয়, আমি দুয়োৱে কাম আৰম্ভ কৰো। কথামতে কাম। ১১ বজাৰ পৰা ছাৰে একেৰাহে ৪ বজালৈ পৰিভাষাৰ কাম কৰিছে। কাষত বহি চাই আছে তেতিয়াৰ সঞ্চালক শ্ৰীকুতুমে। কুতুমে এবাৰ মোৰ ফালে চায় আৰু এবাৰ নেওগ ছাৰৰ ফালে। আমাৰ ধৈৰ্য নোহোৱা হৈ আহিছিল আৰু প্ৰায় আশী বছৰীয়া বুঢ়াজনৰ ধৈৰ্য দেখি লাজো লাগিছিল। মই বহুকেইজন সদস্যৰ লগত কাম কৰি পাইছো কিন্তু নেওগ ছাৰৰ দৰে ধৈৰ্য ধৰি কাম কৰিব পৰা ব্যক্তি পোৱা নাই। হাতৰ আখৰটো কাটিবই নিদিয়ে। সকলোতে অতি পৰিপাটী। আখৰবোৰো বৰ ধুনীয়া।

ডঃ নেওগৰ গুণৰ কথা কৈ শেষ কৰিব নোৱাৰি। ডঃ মুকুন্দমাধৱ শৰ্মা ছাৰে ক্লাছত আমাক এদিন কৈছিল - এদিন হেনো ৰাতিপুৱা ৬ বজাতে এটা সংস্কৃত শব্দৰ অৰ্থ কৰিব নোৱাৰি নেওগ ছাৰ ডঃ শৰ্মা ছাৰৰ গৃহত উপস্থিত। দুয়োজনে চিন্তা কৰি শব্দটিৰ অৰ্থ উলিয়ালে। ডঃ শৰ্মাছাৰে আমাক কৈছিল — পণ্ডিতলোকৰ কথাই সুকীয়া। ডঃ নেওগৰ দৰে পণ্ডিত এজনে এটা শব্দৰ অৰ্থ বিচাৰি আহিছিল, ই মোৰ বাবে গৌৰৱৰ আৰু লাজৰ কথা। লাজৰ কথা এইবাবে যে মইহে তেওঁৰ ঘৰলৈ যাব লাগিছিল। প্ৰকৃত পণ্ডিত লোকে পাণ্ডিত্যাভিমানত নাথাকে। তেওঁ মোক মাতি পঠাবও পাৰিলেহেঁতেন।' ভাষা বিষয়ক কিবা সমস্যাত পৰিলেই আমি লৰৰি গৈছিলো নেওগ ছাৰৰ ওচৰলৈ, শৰশয্যাত পৰি ভীষ্ম-পিতামহৰ ওচৰলৈ। চাৰ্ভে অব ইণ্ডিয়াৰ নিৰ্দেশক্ৰমে Gauhati শব্দ পৰিবৰ্তন কৰি Guwahati কৰা, Nowgong শব্দৰ পৰিবৰ্তে Nogaon শব্দ কৰা আৰু Assam প্ৰকৃততে কি হ'ব বা লিখিব লাগিব ইত্যাদি ধৰণৰ সমস্যাৰ সন্মুখীন হোৱাত অসমৰ বিভিন্ন পণ্ডিতলোকৰ লগতে ডঃ নেওগৰ মতামত বিচাৰি সেইমতে আমাৰ কাৰ্য-পন্থা লোৱা

হৈছিল। কোৱা বাহুল্য নেওগ ছাৰৰ মতামতকে গ্ৰহণ কৰা হয়। ছাৰৰ স্পষ্টবাদিতাই কোনোলোকক ক্ষুণ্ণ নকৰাকৈ নাছিল। হ'লেও ছাৰে বৰ কেয়াব নকৰিছিল।

আৰু এটি ব্যক্তিগত কথাৰে ছাৰৰ কথাৰ সামৰণি মাৰিব বিচাৰিছো। মোৰ 'অসম প্ৰান্তৰ' নামৰ গ্ৰন্থখনি পঢ়ি এটি 'পৰিচয়' লিখি দিবলৈ ছাৰক অনুৰোধ কৰিছিলো। কেইদিনমান পিছত ছাৰৰ ঘৰলৈ গৈ লিখা হ'লনে বুলি সোধাত ক'লে – 'কিতাপখন পঢ়িছোঁ'। 'পৰিচয়টো' লিখা নাই, তুমি অলপ বহা মই লিখি দিওঁ। মোক বহিবলৈ দি চাহ একাপ খাবলৈ দি 'পৰিচয় লিখি দিলে। যি লিখিছে শিলৰ ৰেখাৰ দৰে লিখিছে- কাট-কূট নাই। পৰিচয় হাতত লৈ পঢ়ি গ'লো আৰু মনলৈ আহিছিল এটি কথা— নেওগ ছাৰ সঁচাই পণ্ডিত লোক।

[প্ৰথম প্ৰকাশ – নতুন দৈনিক ২৩.৯.৯৫ সামান্য পৰিবৰ্তন (সংযোগ) কৰি মুদ্ৰণ কৰা হ'ল।]

# ডঃ মহেশ্বৰ নেওগৰ ভাষাতাত্ত্বিক অৱদান

## নৰেন্দ্ৰদেৱ শাস্ত্ৰী

প্ৰাচ্যতত্ত্ববিদ, পণ্ডিত, মহাপ্ৰাজ্ঞ, বিশ্ৰুত জ্ঞান তপস্বী ডঃ মহেশ্বৰ নেওগে ৮০ বছৰ পূৰ কৰি পৰিপূৰ্ণ বয়সতে জীৱন নাটৰ সামৰণি মাৰিলে। অকল বয়সৰ হিচাপতে নহয়, কৰ্মৰ হিচাপতো তেওঁ নিজৰ জীৱন সাৰ্থক আৰু মহিমামণ্ডিত কৰি গ'ল। অসমৰ ভাষা-সাহিত্য-সংস্কৃতিত যি আলোকপাত কৰি গ'ল তাৰ বাবে, তেওঁ জাতিৰ মনত চিৰস্মৰণীয় হৈ ৰ'ব। বিভিন্ন বিষয়ৰ বিভিন্ন গ্ৰন্থৰাজিৰে ভাষা-সাহিত্য-সংস্কৃতিক উল্লেখনীয়ভাৱে সমৃদ্ধ কৰাৰ ক্ষেত্ৰত ডঃ নেওগ অদ্বিতীয় আছিল। তেওঁ আমাক যি বিপুল সম্পদৰ উত্তৰাধিকাৰী কৰি গ'ল সেই সম্পদ চিৰ অক্ষয় হৈ ৰ'ব।

ডঃ নেওগৰ বৈশিষ্ট্য পাণ্ডিত্যত। তাতেই তেওঁৰ প্ৰকৃষ্ট পৰিচয়। তেওঁ আৰাহনত গল্প লিখিছিল, কিন্তু তেওঁ কথা সাহিত্যক ন'হল। কবিতা লিখি কাব্য জগতত এখন বিশেষ আসন অধিকাৰ কৰিলেও কবি মহেশ্বৰ বুলি ক'লে তেওঁৰ প্ৰকৃত পৰিচয় ফুটি নুঠে। শিশু-সাহিত্য ৰচনাত হাত দিও শিশু সাহিত্যিক অভিধা পোৱাৰ স্তৰলৈ গতি নকৰিলে। এইবোৰ প্ৰাণৰ সাহিত্য জ্ঞানৰ সাহিত্যই ম্লান বা নিষ্প্ৰভ কৰা বুলি ক'লে ভুল কৰা হ'ব, কিন্তু সমষ্টি-স্বাৰ্থৰ তুলনাত ব্যক্তি-চিন্তাত কম গুৰুত্ব দিবলগীয়া হোৱা বাবেই তেওঁ প্ৰাণৰ সাহিত্যৰ পৰিৱৰ্তে জ্ঞানৰ সাহিত্যত বিশেষভাৱে আত্মনিয়োগ কৰিবলগীয়া হ'ল। আৰু এই দিশৰ মহৎ আৰু উল্লেখনীয় কৰ্মৰাজিয়ে তেওঁক কৰি তুলিলে প্ৰাচ্যতত্ত্ববিদ গৱেষক পণ্ডিত ডঃ মহেশ্বৰ নেওগ। জ্ঞানী লোকৰ এনে এনে এটা চুক-কোণ নাই যিটোত অমিতপ্ৰতিভ পুৰুষগৰাকীয়ে বিচৰণ কৰা নাছিল।

ডঃ মহেশ্বৰ নেওগ ধৰ্মগুৰু নাছিল, কিন্তু অসমৰ নৱ-বৈষ্ণৱ সাহিত্য-সংস্কৃতিক মুখ্যভাৱে গৱেষণাৰ বিষয় কৰি লৈ বিষয়টোৰ ওপৰত দক্ষতাৰে গভীৰভাৱে আলোকপাত কৰি পণ্ডিত গৱেষক, ধৰ্মগুৰু, ধৰ্মপ্ৰাণ আদি সকলোকে অনুপ্ৰাণিত কৰি গ'ল। এই দিশৰ উপৰি কেবাখনো প্ৰাচীন বৈষ্ণৱ সাহিত্যৰ সম্পাদনা কৰ্মই তেওঁৰ লক্ষ্য আৰু আদৰ্শৰ কথাকে সূচায়। ডঃ মহেশ্বৰ নেওগৰ সাহিত্যিক অৱদানৰ সম্যক বিশ্লেষণ কষ্টসাধ্য, সময় সাপেক্ষ বিষয়।

ডঃ নেওগৰ অসমীয়া আৰু ইংৰাজী ভাষাৰ জ্ঞান আৰু পাণ্ডিত্য সৰ্বজনবিদিত। সংস্কৃত ভাষাৰ জ্ঞান আৰু অধ্যয়নৰ পৰিচয় তেওঁৰ বিভিন্ন প্ৰবন্ধ আৰু গ্ৰন্থত পৰিস্ফুট। ডঃ নেওগে নিকা অসমীয়া কৈছিল, লিখিছিল আৰু আনে ভুলকৈ লিখা দেখিলে তেওঁ স্বৰ্গীয় বেণুধৰ শৰ্মাৰ দৰে লাখুটিডাল ওপৰলৈ দাঙি জোকাৰি তৰ্জন-গৰ্জন নকৰিলেও সকলো অসমীয়া মানুহেই ভাষাটো নিকাকৈ কোৱাটো বিচাৰিছিল। সেই আদৰ্শ তেওঁ নিজেও হাতে-কামে কৰি দেখুৱাইছিল। তেওঁৰ ভাষা সাৱলীল, আঁৰ নলগা। জটিল তত্ত্বসমূহো সৰল-সৰস কৰি উপস্থাপন কৰিব পৰাটো ডঃ নেওগৰ এক বিৰল বৈশিষ্ট্য।

ভাষাতাত্ত্বিক বুলি আখ্যায়িত নহ'লেও ড° নেওগৰ ভাষাতাত্ত্বিক জ্ঞান উল্লেখনীয়। তেওঁৰ এই বিষয়ৰ একমাত্ৰ পুথি নিকা অসমীয়া ভাষাই তাৰ আভাস দাঙি ধৰে। ১৯৭০ চনত ডিব্ৰুগড়ৰ প্ৰকাশন ন্যাস পৰিষদৰ হৈ ড° নগেন শইকীয়াই প্ৰকাশ কৰা ৮০ পৃষ্ঠাৰ পুস্তিকাখনি আকাৰত সৰু হ'লেও বৈশিষ্ট্যত গুৰুত্বপূৰ্ণ। 'নিকা অসমীয়া ভাষা' কম বয়সীয়াসকলৰ বাবে লিখা যদিও ই শিক্ষক, অধ্যাপক, লেখক, গৱেষকসকলৰ কাৰণেও কম উপযোগী নহয়। পুথিখনিত ভাষাত আউল লাগে কিয়, কেনেকৈ, বৰ্ণমালা: স্বৰবৰ্ণ, বৰ্ণমালা: ব্যঞ্জনবৰ্ণ, স্বৰপুঞ্জৰ বিসংগতিবোৰ, চন্দ্ৰবিন্দুৰ আহুকাল, শব্দ-বিভক্তি, সংস্কৃত তদ্ধিত, ধাতুৰূপ, তৃদন্তপদ, সংখ্যাবাচক শব্দ, অঙ্কবাচক আৰু পূৰণ বাচক, বাক্য বিন্যাস, স্বৰীয়া মাত, জতুৱা ঠাঁচ, নতুন চেহেৰাৰ যুক্তাক্ষৰ আৰু পুনশ্চ- এই ১৫ টা অধ্যায়ত বিভক্ত। অধ্যায়সমূহৰ



নামকেইটালৈ চাই পুথিখনি এখন সাধাৰণ ব্যাকৰণৰ পুথি বুলি ভাবিলে ভুল কৰা হ'ব। ই এখনি ভাষাতাত্ত্বিক বিশ্লেষণাত্মক উজু পাঠৰ গ্ৰন্থ।

পুস্তিকাখনিৰ প্ৰথম অধ্যায়টো বিশেষ প্ৰণিধানযোগ্য। ইয়াক আৰম্ভ কৰা হৈছে এইদৰে: চাৰিওফালৰ পৰা এটা আপত্তি শুনা যায় যে অসমীয়া ভাষা সুন্দৰকৈ লিখিব, পঢ়িব আৰু উচ্চাৰণ কৰিবৰ শক্তি আমাৰ কমি আহিছে। দেখাত এনে এটা গুজব ওপৰ-চকুৱা যেন লাগিলেও ভালকৈ চাৰিওফালে চকু ঘূৰাই চালে তাৰ যে কাৰণ নোহোৱা নহয়, এই কথা আমি পতিয়াব পাৰিম। আটাইতকৈ দূৰ কৰিবলগীয়া ঠাই হ'ল বিদ্যালয় মহাবিদ্যালয়ৰ বিদ্যাৰ্থীসকলৰ ক্ষেত্ৰ। সেই বিদ্যাৰ্থীসকলৰ অসমীয়া ভাষাৰ অনুশীলন যেন আশানুৰূপ নহয়, আৰু সেই দেখি বিভিন্ন পৰীক্ষাবোৰত তেওঁলোকে অসমীয়া বিষয়ত ভাল নম্বৰ নাপায়, আন আন বিষয়ত, আনকি ইংৰাজীতো ভাল নম্বৰ নাপায়।' ইয়াৰ বাবে ড নেওগে কিন্তু ছাত্ৰ-ছাত্ৰীসকলক দোষ দিয়া নাই, শিক্ষা পদ্ধতি বা পাৰিপাৰ্শ্বিকতাকহে দোষ দিব খুজিছে।

ড: নেওগে অসমীয়া ভাষা কোৱা আৰু লিখাৰ ৪ টা দোষ আৰু কোৱা আৰু লিখাৰ ক্ষেত্ৰত ঘটা ব্যতিক্ৰমৰ ৮ টা কাৰণ উল্লেখ কৰিছে। এই দোষ আৰু কাৰণকেইটা উল্লেখ কৰাৰ আগতে তেওঁ সকলো শিক্ষানুষ্ঠানৰ শিক্ষাসকলক অনুৰোধ আৰু আহ্বান জনাই কোৱা কথাকেইষাৰ একান্ত পালনীয়, সকলো 'শিক্ষানুষ্ঠানৰ শিক্ষক সকলে এই বিষয়ে চিন্তা কৰিব আৰু সম্ভৱপৰ স্থলত কেৰোণৰ মূল্যবোৰ গুচাব বা গুচাই নিজৰ শিক্ষাদানৰ গতি স্থিৰ কৰিব। সমস্ত দেশৰ অসমীয়া শিক্ষকসকলৰ যত্ন অবিহনে আজিৰ অসমীয়া ভাষাৰ কেৰোণ বিদ্যাৰ্থীসকলৰ মনৰ পৰা নিকাকৈ মচি পেলাব নোৱাৰি।" ওপৰত যিকেইটা দোষ তাক উল্লেখ কৰা হ'ল –

(১) আখৰ-জোঁটনি বা বৰ্ণ-বিন্যাসৰ দোষ, (২) স্বৰ আৰু ব্যঞ্জন বৰ্ণৰ উচ্চাৰণত ঘটা নানা আঁসোৱাহ, (৩) ব্যাকৰণ তথা বাক্য-বিন্যাস আৰু গঠনৰ খেলি-মেলি আৰু (৪) জতুৱা ঠাঁচ প্ৰয়োগৰ অভাৱ।

কোৱা আৰু লিখাত ঘটা ব্যতিক্ৰমৰ কাৰণকেইটা — (১) অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি আনুগত্য মৌখিকহে (২) বিদ্যাৰ্থীসকলৰ চাৰিও-ফালে শুধ অসমীয়া পৰিৱেশ নাই (ক) এতিয়া বিভিন্ন ভাষা ভাষীৰ হেঁচা, (খ) পঢ়াশালিত ইংৰাজী আৰু হিন্দীত অধিক মনোযোগ দিব-লগীয়া হোৱা (৩) ব্যাকৰণ আৰু অভিধানৰ প্ৰতি উপেক্ষা (৪) বেজ-বৰুৱা আদিৰ দৰে লব্ধ প্ৰতিষ্ঠ সাহিত্যিক সকলৰ ৰচনাৱলীৰ লগত পৰিচয়হীনতা (৫) আলোচনী, বাতৰি-কাকতৰ পৰা ভুল আখৰ জোঁটনি আদি শিক্ষা (৬) অসমীয়া সাহিত্যৰ পাঠ্যপুথিত শব্দ আৰু গঠনৰ ভুল উপস্থিতি (৭) শিক্ষক আৰু শিক্ষণৰ কেৰোণ তথা (৮) সংস্কৃত ভাষাৰ জ্ঞানৰ অভাৱ। এই বিষয়ে ডঃ নেওগে লিখিছে : কম বয়সীয়া ছাত্ৰৰ নহ'লেও আনসকল ছাত্ৰ আৰু বিশেষকৈ শিক্ষকৰ এই জ্ঞান অতি প্ৰয়োজনীয়। অসমৰ মাধ্যমিক শিক্ষা পৰিষদে সংস্কৃতক আৱ-শ্যিক পাঠ্যক্ৰমৰ পৰা অপসাৰণ কৰি অসমীয়া ভাষাৰ অত্যন্ত ক্ষতি কৰিছে। অসমীয়া শব্দ শুদ্ধকৈ লিখিবলৈ হ'লে সিহঁতৰ সংস্কৃত ৰূপ নাজানিলে নহয়। যদি পাঠ্যক্ৰমত সংস্কৃতৰ জ্ঞান দানৰ ব্যৱস্থা নাথাকে, তেতিয়াহ'লে অসমীয়া ভাষাৰ শুদ্ধ ৰূপ পাবৰ বাবে ছাত্ৰই ঘৰতে সংস্কৃত ব্যাকৰণ আৰু সাহিত্য পাঠ পঢ়াৰ অভ্যাস কৰিব লাগিব।

'নিকা অসমীয়া 'ভাষা'খন যদি শিক্ষা-সাহিত্যৰ লগত সম্পৰ্ক ৰখা লোকসকলে হাত-পুথি কৰি ল'ব পাৰিলেহেঁতেন, তেন্তে অতি সুখৰ কথা হ'লহেঁতেন। এই পুথিৰ সহায়ত আমি অসমীয়া ভাষাটো কোৱা আৰু লিখাৰ ক্ষেত্ৰত যথেষ্ট সতৰ্ক আৰু সাৱধান হ'ব পাৰো। এই পুথিৰ সহায় লোৱাজনে কেতিয়াও 'লক্ষ্য' আৰু 'লক্ষক' 'লইখ্‌খ্য' বা লইখ্‌খ' উচ্চাৰণ নকৰিলেহেঁতেন আৰু 'মোক্ষ' আৰু 'মুখ্য'ৰ মাজতো জিভাৰ জোঁটা-পোটা নলগালেহেঁতেন। (যুক্ত ব্যঞ্জনৰ বিজুতি ২৫ পৃষ্ঠা)। সেইদৰে 'উচ্ছৃংখল' শব্দটোও উশৃংখল আৰু 'উচ্ছৃংখল নহ'লহেঁতেন। চন্দ্ৰবিন্দুৰ ব্যৱহাৰ ক'ত, কেনেকৈ কৰিব লাগে, তাকো বিভিন্ন ৰসিকতাৰ মাজেৰে ডঃ নেওগে উল্লেখ কৰিছে। গাঁও আৰু গাওঁ এই দুটা শব্দৰো পাৰ্থক্য নিৰ্ণয় কৰি দেখুৱাইছে। আজিকালি



বহুত লেখকে ব্যৰ্থতাৰ আৰ্হিত ঐক্যতা, দৈন্যতা দাৰিদ্ৰতা) লিখা দেখা যায়। সিবোৰ যে ঐক্য, দৈন্য দাৰিদ্ৰ) আদিহে হ'ব লাগে তাক পুথিখনিত উনুকিওৱা হৈছে। লেখকসকলে ভুলকৈ 'মদ্ভাগৱত' আৰু মদভগৱদগীতা লিখে, কিন্তু এই দুটা শব্দৰ আগত 'শ্ৰী' দিলেহে শুদ্ধ হয়। ভাগৱত পুৰাণ আৰু ভগৱতগীতা বা শ্ৰীমৎভাগৱত গীতাও অশুদ্ধ। সৱিতা শব্দটো পুংলিংগ যদিও 'কবিতা' আদি শব্দৰ লগত সাদৃশ্য দেখি সৱিতা শব্দৰ অৰ্থ নজনাকৈ ছোৱালীৰ নাম থৈ ভুল কৰা হৈছে বুলি ডঃ নেওগে আঙুলিয়াইছে। (এইদৰে অনিমা, মহিমা, গৰিমা আদিও পুংলিংগ শব্দহে। নজনাৰ দোষত ছোৱালীৰ নাম অনিমা, গৰিমা আদি থোৱা দেখা যায়)। লিখ্‌ ধাতুৰ পৰা নিষ্পন্ন কৃদন্ত পদকেইটামানৰ খেলি মেলিৰ বিষয়ে লিখিছে— "লেখকহে, লিখক নহয়, লেখনীহে, লিখনী নহয়।" ইত্যাদি।

সকলোতকৈ দুখৰ কথা হৈছে— সাম্প্ৰতিক কালত সংখ্যাবাচক তথা পূৰণবাচক শব্দৰ প্ৰয়োগ আৰু উচ্চাৰণৰ ভুল। ডঃ নেওগে এই ভুল যাতে নহয় তাৰ বাবে সংখ্যাবাচক-পূৰণবাচক শব্দৰ তালিকাখন 'নিকা অসমীয়া ভাষা'ত সন্নিবিষ্ট কৰাত নিঃসন্দেহে পুস্তিকাখনিৰ গুৰুত্ব বাঢ়িছে। সংখ্যাবাচক শব্দ— অংকবাচক (numberals) আৰু পূৰণবাচক (ordinals) শব্দৰ ক্ষেত্ৰত কৰি থকা মাৰাত্মক ভুলবোৰ তেওঁ স্পষ্টভাৱে নিৰ্দেশ কৰিছে। সাতত্ৰিশ, পঞ্চল্লিশক বাংলাৰ দৰে সাঁইত্ৰিশ পঁয়তাল্লিশ লিখা ভুল যে সেই কথা কৈছে। পূৰণবাচক শব্দৰ বিষয়ে কৈছে, "বহুতে ভাবে, যেই কোনো অংকবাচক শব্দৰ পিছত 'তম্‌' প্ৰত্যয় যোগ কৰিলেই তাৰ পূৰণবাচক ৰূপ সিদ্ধ হয়। সেয়েহে সভাই-সমিতিয়ে (আকাশ বাণী, দূৰদৰ্শন আদিতো) বক্তৃতাত শুনা যায়, 'বিয়াল্লিছৰ আন্দোলনৰ পঞ্চল্লিশতম বাৰ্ষিকী পৰিছে' বা 'এইবাৰ স্বাধীনতা লাভৰ চল্লিশতম উৎসৱৰ আয়োজন কৰা হৈছে। চল্লিশ, পঞ্চল্লিশ, এইবোৰ অসমীয়া শব্দ, তাত আকৌ সংস্কৃত 'তম' প্ৰত্যয় (তম্‌ নহয় দেই) কেনেকৈ লাগিব ? চল্লিশ, পঞ্চল্লিশৰ বদলি আমি মূল সংস্কৃত ৰূপ চত্বাৰিংশৎ আৰু পঞ্চচত্বাৰিংশৎ লৈ তাত

'তম যোগ দিব লাগিব আৰু তেতিয়াহ'লে পাম চত্বাৰিংশত্তম, পঞ্চ-চত্বাৰিংশত্তম এনেবোৰ পূৰণবাচক সংখ্যা। - বহুতে 'তম' প্ৰত্যয়ৰ শেষত হসন্ত (্) চিন এটা বহুৱাই দিয়ে। সেয়া ভুল। 'তম' প্ৰত্যয় অকাৰান্ত। 'সাহিত্য সভাৰ চতু:পঞ্চাশত্তম সন্মিলন', 'চতুঃপঞ্চাশত্তম্ নহয়।' সকলোতকৈ ডাঙৰ কথা হ'ল—প্ৰায়ভাগ লেখকৰে উৎপ্ৰাতত এতিয়া দেশত 'ষোড়শী গাভৰু' দুষ্প্ৰাপ্য হৈ পৰিছে। কাৰণ, তেওঁ-লোকে ক্ষোড়শ শব্দটো সম্প্ৰতি ষষ্ঠাদশ বুলিহে লিখে। যিসকল ছাত্ৰ-ছাত্ৰী, অৰ্ধশিক্ষিত আৰু অতি উচ্চশিক্ষিতম তেওঁলোকেও ১ম, ১৮শ, ২২ তম আদিক একম, চৈধ্যশ, বাইশতম আদি বুলি কয়। তেওঁলোকেও ডঃ নেওগৰ এই পুথি পঢ়ি এইবোৰক যে প্ৰথম, চতুৰ্দশ, দ্বাবিংশ বুলিহে কব লাগে সেই কথা বুজিব পাৰিব। (১নং, ২নং আদিক এক নম্বৰ, দুই নম্বৰ বোলাৰ পৰিৱৰ্তে এক নং, দুই নং বোলা-টোও ইয়াৰ লগত তুলনীয়।) "নিকা অসমীয়া ভাষাৰ এটা অতি উপাদেয় অধ্যায় হৈছে 'জতুৱা ঠাঁচ। এই অধ্যায়টো মনোযোগ দি পঢ়ি তাক অনুসৰণ কৰিলে যিকোনো লেখকেই প্ৰাণবন্ত অসমীয়া ভাষা লিখাৰ ক্ষেত্ৰত দক্ষতা অৰ্জন কৰিব পাৰিব। এই অধ্যায়ত ডঃ নেওগে লিখিছে "আমি আজি-কালি ইংৰাজীৰ একোটা শব্দ বা খণ্ডবাক্য আখৰে আখৰে অসমীয়া ভাষালৈ ভাঙি লৈ অদ্ভুত এটা ঠাঁচ সৃষ্টি কৰো। ইংৰাজী on শব্দটো 'ওপৰত' কৰি লৈ আমি আমি কওঁ 'গুৰু নানকৰ ওপৰত এটা প্ৰবন্ধ লিখিম।' কিন্তু গুৰু নানকৰ বিষয়ে/গুৰু নানক সম্পৰ্কে/গুৰু নানকক লৈ এটা প্ৰবন্ধ লিখিম' এইটোহে জতুৱা ঠাঁচ। বিজতৰীয়া বনা ধাতুটোৱে যে বহুতো অসমীয়া ধাতু আৰু ক্ৰিয়া লোপ কৰিছে সেই সম্পৰ্কেও পুথিখনিত দৃষ্টি আকৰ্ষণ কৰা হৈছে। ডঃ নেওগৰ এক বৈপ্লৱিক চিন্তা হ'ল—অসমীয়া যুক্তাক্ষৰ সমূহক নতুন চেহেৰা দিব লাগে বুলি পৰামৰ্শ আগবঢ়োৱাটো। তেওঁ গু, ৰু ক্ৰ, (পা) স্থ আদিৰ সলনি গু ৰু ক্ৰ (পা) ন্থ আদি লিখিবলৈ সেই অনুসাৰে নতুন টাইপ নিৰ্মাণ কৰিবলৈ পৰামৰ্শ দিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে দেৱনাগৰীত যুক্তা-ক্ষৰৰ সৃষ্টি কৰোতে আগৰ বৰ্ণৰ আধা আৰু পিছৰ বৰ্ণৰ পূৰাকৈ লিখা হয়। ডঃ নেওগেও অনুৰূপভাৱে যুক্তাক্ষৰ গঢ়াৰ পোশকতা কৰিছে।

# ডঃ নেওগৰ আখৰ-জোঁটনিৰ বিশেষত্ব

## ডঃ দিপ্তী ফুকন পাটগিৰি

অসমীয়া ভাষা-সাহিত্যৰ সাৰস্বত সাধকসকলৰ ভিতৰত ডঃ মহেশ্বৰ নেওগ অন্যতম। স্বকীয় প্ৰতিভা, প্ৰজ্ঞা আৰু অনুশীলনৰ দ্বাৰা অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ অধ্যয়ন কৰোঁতা ডঃ নেওগ সাম্প্ৰতিক অসমৰ আটাইতকৈ বৰেণ্য ব্যক্তি মনীষী যাৰ অধ্যয়নৰ ক্ষেত্ৰ অতি ব্যাপক। সাহিত্যৰথী বেজবৰুৱাই যিদৰে অসমীয়া ভাষা-সাহিত্যক আপোন সাধনাৰে মহীয়ান কৰি গ'ল ডঃ নেওগেও তেখেতৰ চিন্তা, কল্পনা সৃষ্টিশীল প্ৰতিভা আৰু বৌদ্ধিক অৰ্হতাৰে অসমীয়া ভাষা-সাহিত্যক সমৃদ্ধ কৰি অধ্যয়নৰ বিশাল ক্ষেত্ৰৰ আভাস দি গ'ল। কেৱল অসমৰে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰে অগ্ৰণী পণ্ডিত, তেখেতৰ অধ্যয়ন আৰু গৱেষণাই 'ভাৰত তত্ত্ব'ৰ লগতে 'অসম তত্ত্ব'ৰো অধ্যয়নৰ দুৱাৰ মুকলি কৰিলে। ডঃ নেওগ কেৱল এক ব্যক্তিয়ে নহয়, তেখেত অসমীয়াৰ বাবে এক অনুষ্ঠানস্বৰূপ। তেখেত 'Sankardeva And His Times', 'শ্ৰীশ্ৰী শংকৰদেৱ', 'অসমীয়া গীতি সাহিত্য', 'অসমীয়া প্ৰেম গাথা', 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি', 'সত্ৰীয় নৃত্য আৰু নৃত্যৰ তাল', 'আধুনিক অসমীয়া সাহিত্য,' 'অসমীয়া সাহিত্যৰ ৰূপৰেখা,' 'জীৱনৰ দীঘ আৰু বাণি' (আত্মজীৱনী), 'নিকা অসমীয়া ভাষা' আদি বহুমূলীয়া গ্ৰন্থৰ উপৰিও বিভিন্ন সম্পাদিত আৰু অনুদিত গ্ৰন্থ-সম্ভাৰৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি ভঁৰা-ললৈ অতুলনীয় বৰঙণি। তেখেতৰ বিভিন্ন প্ৰবন্ধ, কবিতা, নাটক, চুটিগল্প, শিশু সাহিত্য আদিও অসমীয়া ভাষা-সাহিত্যৰ পৰম সম্পদ।

অসমীয়া ভাষা-সাহিত্যৰ এই একান্ত সাধকজন অসমীয়া ভাষাটোৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ সম্পৰ্কে অতি সচেতন

আছিল। অসমীয়া ভাষাটো নিকাকৈ লিখা আৰু কোৱাৰ ক্ষেত্ৰত তেখেত সততে সচেতন আছিল। 'নিকা অসমীয়া ভাষা' শীৰ্ষক গ্ৰন্থত তেখেতে অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ দিশটোত যথেষ্ট আলোচনা দাঙি ধৰিছে। অসমীয়া ভাষাৰ অধ্যয়নত ডঃ কাকতিৰ পিছতে ড' নেওগৰ স্থান নিৰ্ণয় কৰিব পাৰি। তেখেতৰ বিপুল ৰচনাৱলীৰ মাজেৰে অসমীয়া আখৰ জোঁটনিৰ বিশেষত্ব পৰিলক্ষিত হয়। অসমীয়া আখৰ-জোঁটনিৰ আঁসোৱাহ দূৰকৰণৰ ক্ষেত্ৰত তেখেতৰ আশাশুধীয়া প্ৰচেষ্টা মন কৰিলগীয়া।

'নিকা অসমীয়া ভাষা' শীৰ্ষক গ্ৰন্থৰ বাটচ'ৰাতে 'ডঃ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ'ৰ সম্পাদকে কৈছে যে ভাষাৰ ওজা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ব্যাকৰণ' আৰু স্বৰ্গীয় সত্যনাথ বৰাৰ 'বহল ব্যাকৰণ'ৰ পিছত স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ 'শুদ্ধ অসমীয়া' নামৰ এখদমান পুথিয়েই অসমীয়া ভাষা শুদ্ধকৈ কোৱা আৰু লিখাৰ দিক্ নিৰ্ণয় কৰিছিল। এতিয়াৰ অসমত এই বিষয়ত ডঃ নেওগৰ 'নিকা অসমীয়া ভাষা'ই এই অলিখিত দায়িত্বৰ সাক্ষ্য বহন কৰিছে।[১] এই গ্ৰন্থখনিত তেখেতে থোৰতে যিখিনি আলোচনা কৰিছে সি 'গুণমালা' স্বৰূপে অসমীয়া ভাষা সম্পৰ্কে এটি সম্পূৰ্ণ আভাস দিয়ে।

আখৰ জোঁটনি বা বৰ্ণবিন্যাসৰ আঁসোৱাহৰ সৃষ্টি হোৱাৰ কেবাটাও কাৰণ আছে। অসমীয়া ভাষাটো প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ ক্ৰমবিৱৰ্তনৰ ফলত সৃষ্টি হৈছে। ফলত মূল সংস্কৃত ভাষাৰ বৰ্ণবিন্যাসৰ আৰ্হিটো মনত উদয় হয়। তদুপৰি অসমত বিভিন্ন আৰ্য-ভিন্ন ভাষা আছে যিবোৰৰ উপাদান অথবা প্ৰভাৱ এই ভাষাত অনস্বীকাৰ্য। অসমীয়া ভাষাৰ ধ্বনি, ৰূপ, শব্দ, বাক্য আদিৰ নিজস্ব বৈশিষ্ট্য আছে। শুদ্ধ আখৰ-জোঁটনিৰ প্ৰতি লক্ষ্য নাৰাখিলে অসমীয়া ভাষাৰ বিশুদ্ধ ৰূপটো পোৱা টান। তদুপৰি সংস্কৃত ভাষাৰ জ্ঞানৰ অভাৱো বহুক্ষেত্ৰত অসমীয়া ভাষাৰ স্বৰূপ বুজাত প্ৰতিবন্ধক হ'ব পাৰে। ডঃ নেওগে অসমীয়া ভাষাত বিভিন্ন ধৰণৰ আহুকালৰ



সৃষ্টি কিয় হ'ব পাৰে তাৰ মূল কাৰণ সমূহ ফঁহিয়াই চাই আখৰ-জোঁটনিৰ দিশৰ প্ৰতি বিশেষ মনোযোগ দিছিল।

অসমীয়া ভাষাত চন্দ্ৰবিন্দুৰ (ঁ) প্ৰয়োগ মন কৰিবলগীয়া। ডঃ নেওগৰ ৰচনাত এই চন্দ্ৰবিন্দুৰ ব্যৱহাৰ বিশেষত্বপূৰ্ণ। বহু সময়ত দেখা যায় অসমীয়া ভাষা লিখোতে চন্দ্ৰবিন্দুৰ প্ৰয়োগ বিধি সম্পৰ্কে লিখক সচেতন নহয়। অৱশ্যে প্ৰাচীন অসমীয়া সাহিত্যতো একেটা শব্দতে এঠাইতে চন্দ্ৰবিন্দু দিয়া হৈছে, আন এঠাইত দিয়া নাই। মধ্য-যুগৰ চৰিত সাহিত্য আৰু বুৰঞ্জী সাহিত্য আদিতো এই ধৰণৰ প্ৰয়োগ লক্ষ্য কৰা যায়। অসমীয়া ভাষাত ধাতু ৰূপত সাধাৰণতে চন্দ্ৰবিন্দুৰ প্ৰয়োগ কৰা হয়। অৱশ্যে ঙ, ঞ ণ, ন আৰু ম ৰ ওপৰত চন্দ্ৰবিন্দু দিয়া নহয় (নাসিকা প্ৰৱণতাৰ বাবে)। তেখেতে এই চন্দ্ৰবিন্দুৰ প্ৰয়োগত বিশেষ গুৰুত্ব দিছিল। প্ৰথম পুৰুষৰ ক্ৰিয়াৰূপত চন্দ্ৰবিন্দুৰ প্ৰয়োগৰ উপৰিও অনুজ্ঞাৰ ক্ৰিয়া ৰূপতো তেখেতে চন্দ্ৰবিন্দুৰ প্ৰয়োগ কৰিছিল। উদাহৰণ স্বৰূপে প্ৰথম পুৰুষত 'তাত আমি পাৰত জপিয়াই পৰা মাছহে দুই-এটা থপিয়াই ধৰিবলৈ যাওঁ (জীৱনৰ দীঘ আৰু বাণি, পৃ ১৩), দ্বিতীয় অনুজ্ঞাত— 'ভাল মানুহ হ'বাঁ', 'ভাল কাম কৰিবাঁ, আদিত চন্দ্ৰবিন্দুৰ প্ৰয়োগ মন কৰিবলগীয়া। তদুপৰি বৰ্তমান কৃদন্তৰ প্ৰয়োগত হোৱা — ওঁতে প্ৰত্যয়ৰ ক্ষেত্ৰত চন্দ্ৰবিন্দুৰ প্ৰয়োগৰ প্ৰতি তেখেত সততে সচেতন আছিল। ওঁতা প্ৰত্যয়ৰ প্ৰয়োগতো চন্দ্ৰবিন্দুৰ আৱশ্যক। 'খাদৰ কাপোৰ ধোওঁতেই ধোওঁতেই ফাটি যায়', 'আহোঁতা যাওঁতাৰ মুখেই তোমাৰ বতৰা পাম' আদি বাক্যত চন্দ্ৰ-বিন্দুৰ প্ৰয়োগৰ প্ৰতি ডঃ নেওগ সচেতন আছিল। ওঁতা প্ৰত্যয়ৰ সংযোগত সিদ্ধ হোৱা শব্দৰ পিছত স্ত্ৰী প্ৰত্যয় —ঈযোগ হওঁতে 'ও' যেতিয়া 'অ'লৈ ৰূপান্তৰিত হয় তেতিয়াও চন্দ্ৰবিন্দু লোপ নাপায়। 'আলি-বাটে যাঁৱতী/ঘনাই খোজ কাঁঢ়তী/কথালৈ নকৰ কাণ' (নিকা অসমীয়া ভাষা পৃ. ২৯) আদি ইয়াৰ উৎকৃষ্ট উদাহৰণ। কিছুমান শব্দৰ আকৌ 'ৱ' কেতিয়াবা লোপ পায়। 'ৱ' লোপ পালেও চন্দ্ৰবিন্দু লোপ নাপায়। উদাহৰণ স্বৰূপে— 'কেঁচাই খাঁতী গোসানী.' গাঁতলৈ যাঁতী'

আদি উল্লেখ কৰিব পাৰি। ডঃ নেওগ এনে ধৰণৰ শব্দ প্ৰয়োগত চন্দ্ৰবিন্দুৰ যথাযথ ব্যৱহাৰ সম্পৰ্কে অতি সচেতন আছিল।

অনুনাসিক প্ৰৱণতা চন্দ্ৰবিন্দুৰ বিশেষত্ব যাৰ মূলতে আছে সংস্কৃতত প্ৰয়োগ হোৱা বিভিন্ন নাসিকা ধ্বনিৰ পৰিৱৰ্তন। সংস্কৃত 'গ্ৰাম' শব্দৰ পৰা উৎপত্তি হোৱা 'গাওঁ' শব্দটোৰ (অসমীয়াত) চন্দ্ৰবিন্দুটো অনেকেই পিছত 'ও'ৰ ওপৰত বহুৱাব খোজে। এই ক্ষেত্ৰত ডঃ নেওগে মন্তব্য কৰিছে যে মূল সংস্কৃত 'গ্ৰাম' শব্দৰ বুৎপত্তিৰ ফালৰ পৰা আ-কাৰত চন্দ্ৰবিন্দু বহুওৱা উচিত হ'ব। গাঁও গাওঁ এই দুটা শব্দৰ প্ৰয়োগ খেলিমেলিৰ সৃষ্টি হোৱা প্ৰায়ে দেখা যায়। প্ৰথমটো বিশেষ্য আৰু দ্বিতীয়টো ক্ৰিয়াৰূপে প্ৰয়োগ হৈছে। (নিকা অসমীয়া ভাষা পৃ. ২৯)। অৱশ্যে কোনো শব্দৰ প্ৰয়োগত চন্দ্ৰবিন্দুৰ স্থান কেতিয়াবা পৰিবৰ্তন কৰাটো ভাষাৰ দস্তুৰত পৰিণত হৈছে[২]। স্বতঃ ন্যসিকা প্ৰৱণতা হেতু (Spontaneous nasalization) কিছুমান ধ্বনিৰে অনুনাসিকতা লাভ কৰে। ছাঁ, ফেঁচা, সঁচা, ঘোঁৰা আদি শব্দৰ ক্ষেত্ৰত চন্দ্ৰবিন্দুৰ প্ৰয়োগ মানি লোৱা হৈছে। কেতিয়াবা আকৌ চন্দ্ৰবিন্দু ব্যৱহাৰ নোহোৱা স্থানতো চন্দ্ৰবিন্দুৰ প্ৰয়োগ কৰা আৰু ব্যৱহাৰ হ'বলগীয়া স্থানতো ব্যৱহাৰ নোহোৱা উদাহৰণ অলেখ আছে। এই ক্ষেত্ৰত ডঃ নেওগ সদা-সচেতন আছিল। উদাহৰণ-স্বৰূপে— ভূঞাঁ, বিহুঁ, নেওঁগ আদি শব্দলৈ আঙুলিয়াব পাৰি। চঁক, অঁকৰা, খুঁটি, হেঁচা, জোঁকাৰণি, আঁচনি, কোঁচা আদি শব্দৰ প্ৰয়োগত চন্দ্ৰবিন্দুৰ স্থান যে অপৰিহাৰ্য এই ক্ষেত্ৰত তেখেতে ভালদৰে উপলব্ধি কৰিছিল। প্ৰকৃতাৰ্থত অসমীয়া ভাষাটো সংস্কৃতৰ পৰা উদয় হোৱাৰ হেতু ইয়াত যিবোৰ 'তদ্ভৱ' শব্দৰ ব্যৱহাৰ হৈছে তেনে শব্দত চন্দ্ৰবিন্দুৰ যথাযথ প্ৰয়োগ সম্পৰ্কে জ্ঞান নাথাকিলে ভাষাৰ মূল সৌন্দৰ্য অক্ষুণ্ণ নাথাকে। তেখেত এই ক্ষেত্ৰত অতি সাৱধান আছিল।

সংস্কৃত (তৎসম) শব্দ প্ৰয়োগত তেখেতে সংস্কৃতৰ মূল শব্দকে গ্ৰহণ কৰিছে। কেতিয়াবা কেতিয়াবা বাক্যৰ মাজতে একোটা মূল শব্দ (সংস্কৃত) প্ৰয়োগ কৰা দেখা যায়। উদাহৰণ স্বৰূপে— 'তাৰ



বাহিৰত বংশৰ এটা ঠালকে থকাৰ কথা কস্মিন কালেও শুনা নাই' (জীৱনৰ দীঘ আৰু বাণি পৃঃ ৩৫)। কেতিয়াবা আকৌ একোটা 'সংস্কৃত বাক্য' প্ৰয়োগ কৰিও মূল বাক্যৰ সৌন্দৰ্য বৃদ্ধি কৰা দেখা যায়। অন্যান্য শব্দ প্ৰয়োগৰ ক্ষেত্ৰত ড' নেওগৰ লিখনিৰ বিশেষ গাম্ভীৰ্য আছে। 'কলেজৰ দিনত সেই কালৰ চলতি অনুসৰি আদৰণীয় ৰবীন্দ্ৰ সংগীত তেওঁৰ আয়ত্তৰ ভিতৰত' (জীৱনৰ দীঘ আৰু বাণি পৃ. ১০৭)— এনে ধৰণৰ বাক্যত প্ৰয়োগ হোৱা চলতি, আয়ত্তি আদি শব্দ সচৰাচৰ দেখা নাযায়। দেখন্তা, ওহালি, ওহালিকৈ, চুঁচিকটা মুখ, অত্ৰ চেলাই, তুৱাৰ গঁৰিলা, ভূৰিভোজন, মালিহা, ঐদহে-বিদহে আদি শব্দৰ প্ৰয়োগে তেখেতৰ ৰচনাক এক স্বকীয়া স্থান দিছে।

অসমীয়া ভাষাত সংযুক্ত ব্যঞ্জনৰ খেলিমেলি এক আহুকলীয়া বিষয়। ভাষা সৰলীকৰণৰ পথ গতি কৰাৰ লগে লগে অসমীয়া ব্যঞ্জনৰ ক্ষেত্ৰত য-কাৰৰ প্ৰয়োগ, জ্ঞ, শ্চ, চ্ছ, জ্ঝ, দ্ম, ক্ষ, স্ক, দ্ধ, ৰ্ধ, ক্ম, কং, ন্ধ, ঙ্গ আদিৰ ক্ষেত্ৰত সৰলীকৰণ কৰা হ'ল। ধ্বনি পৰিৱৰ্তনৰ বাবে বৰ্ণবিপৰ্যয়, অনিনিহিত, স্বৰসঙ্গতি আদি ঘটোতে কেতিয়াবা আকৌ যুক্তাক্ষৰ সৰলীকৰণ হৈ যায়। সংযুক্ত ব্যঞ্জনৰ উচ্চাৰণত কেতিয়াবা আকৌ জিভাৰ জোঁটা-পোটা লাগি উচ্চাৰণত বিভ্ৰাটো ঘটা দেখা যায়। ডঃ নেওগ এই ক্ষেত্ৰত অতি সচেতন আছিল। তেখেতৰ ৰচনাত মূল যুক্তাক্ষৰৰ প্ৰয়োগ দেখা যায়। যুক্ত ব্যঞ্জনৰ উচ্চাৰণৰ বিজুতি সম্পৰ্কেও তেখেত সদা-সতৰ্ক আছিল। অৱশ্যে নতুন ধৰণৰ যুক্তাক্ষৰ প্ৰয়োগৰ (ছপাৰ সুবিধাৰ বাবে) তেখেত পক্ষপাতী আছিল।

সাধাৰণতে লিখা অৰ্থত প্ৰয়োগ হোৱা 'লিখ' আৰু 'লেখ' দুয়োটা ধাতুৰ প্ৰয়োগ হ'লেও ডঃ নেওগে সাধাৰণতে 'লেখক শব্দটোহে ব্যৱহাৰ কৰিছিল। শব্দ বিভক্তিৰ ক্ষেত্ৰত তেখেতে মন্তব্য প্ৰকাশ কৰিছে যে কাৰক অনুযায়ী বিভিন্ন শব্দ বিভক্তি অসমীয়া ভাষাত প্ৰয়োগ হয়। কেতিয়াবা কেতিয়াবা শূন্য বিভক্তিৰ দ্বাৰাও

কাৰক সম্পন্ন হয়। পঞ্চমী বিভক্তিত যি পৰাসৰ্গ প্ৰয়োগ হয়, তাক কোনোৱে স্বকীয়া শব্দ কৰি ধৰে আৰু পৃথকভাৱে লিখে। আনসকলে 'ৰ পৰা' ক এটা বিভক্তি জ্ঞান কৰি একেলগ কৰি লিখে। দুয়োটা উপায়ৰে যুক্তি আছে[৩]। তেখেতে দ্বিতীয় পদ্ধতিৰে পৰ পৰসৰ্গৰ প্ৰয়োগ কৰে। উদাহৰণ স্বৰূপে— 'তাৰ পৰা চিৰালফটা দিয়া বহল পথাৰখন খচকি কমাৰফদীয়া পালেগৈ' (জীৱনৰ দীঘ আৰু বাণি পৃ. ১০৭); 'আমাৰ ফালৰ পৰাহে অতিথি ৰখাৰ ব্যৱস্থা নহ'ল' (জীৱনৰ দীঘ আৰু বাণি পৃ. ১৮৩) আদিৰ প্ৰয়োগলৈ আঙুলিয়াব পাৰি।

অসমীয়া ভাষাৰ জতুৱা-ঠাঁচ, প্ৰবচন আদি ভাষাটোৰ পৰম সম্পদ। এই ক্ষেত্ৰত ডঃ নেওগৰ ৰচনাৰ যি বৈশিষ্ট্য সি খাচ অসমীয়া ভাষাৰ প্ৰতিনিধিত্ব কৰে। 'এই এনেচা হেনেক নেচা'; 'আগ কণা, গুৰি কণা, খাগৰি কাটিলোঁ তিনিকণা'; 'খীণাই তেনেই শুকনি গদ্বতি হ'ল'; 'বৰষুণ কণিয়াইছে'; 'মেঘে বৰষে' 'ৰুণজুন নূপুৰ বাজে'; 'ফেচুৱে পুৱাতে ফেহুজালি দিয়ে' আদি ৰূপ তেখেতৰ ৰচনাত প্ৰচুৰ পোৱা যায়। তেখেতৰ বাক্য বিন্যাস ৰীতিৰ এক স্বকীয়া সৌন্দৰ্য আছে। বাক্য গঠন হওঁতে বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া আদি কোন স্থানত কেনেদৰে বহিব লাগে তাৰ নিৰ্দ্ধাৰিত নিয়ম অনুসৰি নবহিলে সঠিক অৰ্থ নোলায়। কেতিয়াবা কেতিয়াবা তাৰ ব্যতিক্ৰমো ঘটে। ন শিকাৰু বা শিশুৱে যেতিয়া অসমীয়া ভাষা প্ৰথম শিকিবলৈ আৰম্ভ কৰে তেতিয়া বাক্য বিন্যাসত আউল লাগে। তেখেতৰ বাক্যবিন্যাসৰ দুটিমান উদাহৰণ তলত উল্লেখ কৰা হ'ল :

'মোৰ জীৱন পথৰ সাধুকথাবোৰ কৈ কৈ আগবাঢ়ি গৈ আছোঁ। সেইবোৰ বলকোঁতে ওচৰতে সহৃদয় হৃদয়, কোনোবা কোনোবা সুহৃদ যেন শুনি শুনি বৈ আছে' (জীৱনৰ দীঘ আৰু বাণি, পৃ. ৮)।

'অৱশ্যে বোৱনত জীৱনৰ ৰবকাপোৰখন জেলেঙা হ'ল নে খটখটীয়াকৈ বোৱা যেন হৈছে, বুঢ়া বিহকৰমদেৰে আৰু দেখন্তাসকলে পাব।' (জীৱনৰ দীঘ আৰু বাণি, পৃ. ১০)।

পানী-যঁুৱলিত ভৰি দিলেই দৰিকণা মাছবোৰে খুঁটিওৱা



দিখৌ নৈৰ বালীয়া পাৰলৈ মন ঘূৰি ঘূৰি যায় এক nostalgia' (জীৱনৰ দীঘ আৰু বাণি, পৃ. ৩১)।

ছিৰি লুইত, লুইতৰ আগাৰি, বাইক, অইন, বলকনি, মেঘ ৰা বতৰে জাগল পতা, (মেঘে) বিনচিবলৈহে ওহাৰিছিল, বাজলৈ নোলাবা, খাই অঁতালো, আনন্দ পাইছোহঁক, আদি শব্দ ব্যাক্যাংশৰ প্ৰয়োগ ডঃ নেওগৰ ৰচনাৰ বিশেষ বৈশিষ্ট্য।

সংখ্যাবাচক শব্দৰ ক্ষেত্ৰত তেখেতৰ অভিমত হ'ল অসমীয়া সংখ্যাবাচক শব্দ প্ৰয়োগত বঙলা বা হিন্দী সংখ্যাবাচক শব্দ থপিয়াই অনাটো সহজ পোৱা।[৪] সংখ্যাবাচক শব্দৰ ক্ষেত্ৰত অঙ্কবাচক আৰু পূৰণবাচক শব্দৰ প্ৰয়োগ হোৱা ভ্ৰান্তিৰ প্ৰতি তেখেতে আঙুলিয়াই দিছে। অঙ্কবাচক শব্দ 'সাতত্ৰিশ (সাতত্ৰিছ)ৰ ঠাইত 'সাইত্ৰিশ', 'পঞ্চল্লিশ' (পঞ্চল্লিছ)ৰ ঠাইত 'পয়তাল্লিশ' আদিৰ প্ৰয়োগ; পূৰণবাচক শব্দ 'বিংশতিতম'ৰ ঠাইত 'বিংশতম', একবিংশতিতম'ৰ ঠাইত 'একৈশতম' আদিৰ প্ৰয়োগে অসমীয়া ভাষাৰ সৌন্দৰ্যত বিঘিনি ঘটোৱা দেখা যায়। কিন্তু আজিকালি প্ৰায়ে এনেধৰণৰ শব্দ প্ৰয়োগত বিভ্ৰাট চকুত পৰে। 'পাঁচটা'ৰ ঠাইত 'পাঁচোটা', 'আঠটা'ৰ ঠাইত 'আঠোটা', 'সাতটা'ৰ ঠাইত 'সাতোটা'ৰ প্ৰয়োগ তেখেতৰ সংখ্যাবাচক শব্দ প্ৰয়োগৰ বিশেষ বৈশিষ্ট্য। সংখ্যাৰ পিছত 'সংখ্যক' (বাৰ সংখ্যক) আৰু 'নম্বৰী' (বাৰনম্বৰী) আদি শব্দ লগ লগাই পূৰণবাচক শব্দৰ প্ৰস্তুত কৰি প্ৰয়োগ কৰা তেখেতৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য।

অসমীয়া ভাষাত স্বৰধ্বনিৰূপে পৰিচিত— অ আৰু অ'ৰ উচ্চাৰণৰ পাৰ্থক্যৰ প্ৰতি নেওগদেৱ অতি সচেতন আছিল। লৰা/ল'ৰা, কল/ক'লা, মহ/ম'হ— এই শব্দবোৰ প্ৰয়োগ কৰোতে উচ্চাৰণৰ প্ৰতি ধ্যান নাৰাখিলে যথোচিত অৰ্থ পোৱা নাযাব। কিছুমান শব্দৰ অৱশ্যে অ'-ৰ উচ্চাৰণ হ'লেও অ'-চিনেৰে বুজোৱা নহয়। অসমীয়া ভাষাৰে কোনো কোনো উপভাষাৰ ক্ষেত্ৰত অৱশ্যে অ/অ' দুই স্বৰধ্বনিৰ পাৰ্থক্য একে ধৰণৰ নহ'বও পাৰে। 'ওলোটা-ওভোটা'ৰ ঠাইত 'ওলটা-ওভটা' আৰু 'নোহোৱা নোপোজা'ৰ ঠাইত 'নোহোৱা-নোপজা'ৰ

প্ৰয়োগ (ও > অ) ডঃ নেওগৰ ৰচনাত প্ৰয়োগ হোৱা দেখা যায়। 'হেজাৰ'ৰ পৰিবৰ্তে 'হাজাৰ', 'এন্ধাৰ'ৰ পৰিবৰ্তে 'আন্ধাৰ' 'নেচায়'ৰ পৰিবৰ্তে 'নাচায়', 'নেলাগে'ৰ পৰিবৰ্তে 'নালাগে' আদিৰ প্ৰয়োগ তেখেতৰ ৰচনাৰ বিশেষত্ব। শ, য, স আৰু খ হ এইকেইটাৰ উচ্চাৰণৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ যি ধ্বনিগত বৈশিষ্ট্য আছে তাৰ প্ৰতিও বিশেষ সতৰ্ক আৰু ৱ আৰু ব-ৰ উচ্চাৰণৰ ক্ষেত্ৰত দেখা দিয়া খেলিমেলি দূৰীকৰণৰ বিষয়টো আগ্ৰহী আছিল। সাৱট, পূৱ আদি শব্দত 'ৱ'ৰ প্ৰয়োগ নকৰিলেও হয় আৰু ভাৱনা (ভাওনা), ভাৱ (ভাও) বুজাবলৈ 'ৱ' প্ৰয়োগ অপৰিহাৰ্য বুলি মন্তব্য প্ৰকাশ কৰিছে। 'ৱ'ৰ উচ্চাৰণ অসমীয়া ভাষাৰ অন্যতম বৈশিষ্ট্য। শব্দৰ আদিত সাধাৰণতে ইয়াৰ উচ্চাৰণ হয়। শব্দৰ মাজত ইয়াৰ উচ্চাৰণ 'ওৱা' ৰ দৰে আৰু শেষত 'ও'ৰ দৰে হয়। আৰবী, ফাৰ্চী আদি বিদেশী শব্দৰ পৰা অহা শব্দ যেনে কিতাব, গোলাব, হিছাব আদি শব্দৰ 'ব'-টো 'প' লৈ ৰূপান্তৰিত হোৱাৰ পৰিপ্ৰেক্ষিতত কিতাপ, গোলাপ, হিচাব ৰূপেৰেই পৰিচিত হ'লেও কিছুমান শব্দত ব্যতিক্ৰমো আছে। উদাহৰণ স্বৰূপে চাহব, খুব আদি ধ্বনি উচ্চাৰণ কেতিয়াবা কেতিয়াবা শিথিলতা লক্ষ্য কৰা যায়। যুক্তাক্ষৰ (তিনিটা ব্যঞ্জনৰ যুক্তাক্ষৰ) উচ্চাৰণ কৰিবলৈ টান পোৱাৰ ফলত কিছুমান শব্দৰ উচ্চাৰণ সলনি হয় ( দুটা ব্যঞ্জনৰ মাজত এটা স্বৰ সুমুৱাই লোৱা হয়)। উদাহৰণস্বৰূপে মোলান, সন্ধিয়া, উছৱ আদি শব্দৰ প্ৰয়োগ ডঃ নেওগৰ লিখনিত পোৱা যায়। ক্ক, দ্দ, দ্ব, শ্ব, স্ক, স্ব আদি যুক্তাক্ষৰ সমূহৰ যথাযথ উচ্চাৰণৰ প্ৰতি তেখেত অতি সচেতন আছিল।

ডঃ নেওগৰ আখৰ জোঁটনিৰ অন্যান্য কিছুমান বৈশিষ্ট্যও চকুত পৰে। 'খৃষ্টাব্দ' নিলিখি তেখেতে সদায় 'খ্ৰীষ্টাব্দ' প্ৰয়োগ কৰে। 'অ'াতৰাই'ৰ ঠাইত 'অ'তৰাই', 'হাস্পাতাল' (হস্পিতাল)ৰ ঠাইত 'আস্পতাল', 'শেষ'ৰ ঠাইত 'শেহ'ৰ প্ৰয়োগ কৰে। উদাহৰণ স্বৰূপে, —'সেই আদৰে মোৰ সংকোচ অ'তৰাই পেলালে' (জীৱনৰ দীঘ আৰু বাণি, পৃ. ৮)। তেখেতৰ 'সেইমতে শব্দটোহঁত লিখাও হৈছে'— এই



বাক্যত 'শব্দটোহঁত'ৰ প্ৰয়োগ মন কৰিবলগীয়া। তেখেতৰ জীৱনৰ দীঘ আৰু বাণি' গ্ৰন্থখনত স্বকীয় ভাষা-ৰীতি সুন্দৰভাৱে পৰিস্ফুট হৈছে। 'শেহৰ ওহালি'ত তেখেতে এনেদৰে কৈছে— 'তাৰ মাথোন কেইদিনমান আগতে সেইদৰে আহিৰ পৰাৰ আশাটোৰ পৰালিয়ে পৰিছিল। কিন্তু 'দীঘ আৰু বাণি'ৰ তাঁতখন বাটি কৰিব লাগে আৰু তাৰে কেই ওহালিমান ব'বলগীয়া আছিল। ...মোৰ দীঘ আৰু বাণি উকা। আঁচফুল নাই। বুটাও নাই। ....দহিও বটা নাই ল-নিকৈ। আউঠিও ঠেক' (জীৱনৰ দীঘ আৰু বাণি, পৃ. ৬৩২-৬৩৩)। এনেধৰণৰ মনোৰম ভাষাৰীতি ড' নেওগৰ কাপৰ পৰাই নিগৰি পৰিছিল।

অসমীয়া ভাষা-সাহিত্য একান্ত সাধকে ডঃ নেওগৰ আখৰ-জোঁটনিৰ বৈশিষ্ট্যই অসমীয়া ভাষাক বিশেষভাৱে সমৃদ্ধ কৰিলে। অসমীয়া ভাষাৰ ঐতিহ্য সম্পৰ্কে সচেতন ডঃ নেওগৰ প্ৰধানভাৱে শব্দ প্ৰয়োগ, বাক্য গাঁথনিত জটিলতা নাই। অসমীয়া ভাষা সম্পৰ্কে তেখেতে যিখিনি অৱদান আগবঢ়াই গ'ল সেইখিনিয়ে অসমীয়া ভাষাৰ ক্ষেত্ৰত দেখা দিয়া জটিলতা দূৰ কৰাত বহু পৰিমাণে সহায় কৰিছে।

প্ৰসঙ্গ ঃ

১। নেওগ, মহেশ্বৰ ঃ নিকা অসমীয়া, পৃ. ৩৪ (প্ৰকাশকৰ কলম—প্ৰকাশক ডঃ নগেন শইকীয়া, ডঃ মহেশ্বৰ নেওগ, প্ৰকাশন ন্যাস পৰিষদ), ১৯৯০, গুৱাহাটী।
২। দ্ৰষ্টব্য ১, পৃ. ৩০।
৩। দ্ৰষ্টব্য ১, পৃ ৩৪,
৪। দ্ৰষ্টব্য ১, পৃ. ৪৪।

টোকা ঃ নেওগৰ লিখা প্ৰবন্ধসমূহ

(১) বেজবৰুৱা আৰু কাকতিৰ ভাষা বিচাৰ ভাষাতাত্ত্বিক টিলিকাৰ ফৰ্ক'ৱায়তে (অসমীয়া ১/২)।
(২) অসমীয়া ভাষাৰ ক্ৰমবিকাশ (মণিদীপ ঃ ২/১২)
(৩) "বলিশালৰ চেপাত লেৰেলা অসমীয়া ভাষাটো" (মণিদীপ ঃ ৭/২) —সম্পাদক।

# অসমীয়া সাহিত্যৰ ইতিহাস আৰু ডঃ নেওগ

ডঃ শৈলেন ভৰালী

অসমীয়া সাহিত্য-সংস্কৃতিৰ ইতিহাসত মহেশ্বৰ নেওগ এক বিৰল প্ৰতিভা। ভাষা, সাহিত্য, ধৰ্ম, দৰ্শন, সংগীত, নৃত্য, নাট, চিত্ৰকলা, স্থাপত্য, ভাস্কৰ্য - এই আটাইবোৰ ক্ষেত্ৰতে সমান দক্ষতাৰে বিচৰণ কৰিব পৰা একমাত্ৰ ব্যক্তিগৰাকী আছিল মহেশ্বৰ নেওগ।তেওঁৰ অধ্যয়নৰ বিস্তৃত আৰু চিন্তা-চৰ্চাৰ গভীৰতাই পণ্ডিত সমাজত বিস্ময়ৰ সৃষ্টি কৰিছিল। অসমৰ সমাজ আৰু সংস্কৃতি নেওগৰ নখ-দৰ্পনত আছিল। অসমৰ সাংস্কৃতিক ৰক্ষা কৰাৰ কাৰণে তেওঁ নিৰন্তৰভাৱে জীৱনজোৰা সাধনা কৰিছিল। নেওগৰ প্ৰতিভাৰ জেউতি অনেক ক্ষেত্ৰলৈ বিস্তাৰিত হ'লেও তেওঁৰ দৃষ্টি প্ৰধানকৈ নিবদ্ধ হৈছিল দুটা দিশত— শংকৰী যুগৰ সাহিত্য-সংস্কৃতিৰ গৱেষণা আৰু প্ৰাচীন আপুৰুগীয়া গ্ৰন্থৰ সম্পাদনা। শংকৰী সাহিত্য আৰু সংস্কৃতিৰ প্ৰণালী-বদ্ধ অধ্যয়ন আৰু গৱেষণাৰে তেওঁ আমাৰ জাতীয় জীৱনৰ মান উন্নত কৰি থৈ গৈছে। শংকৰদেৱ আৰু শংকৰদেৱৰ লগত জড়িত নৃত্য, গীত, নাট আদিক সৰ্বভাৰতীয় পৰ্যায়লৈ লৈ যোৱাত নেওগৰ বৰঙণি সাংস্কৃতিক ইতিহাসত স্মৰণীয় হৈ ৰ'ব। প্ৰাচীন সাঁচিপতীয়া তুলাপতীয়া পুথিৰ উদ্ধাৰ আৰু বিজ্ঞানসন্মত সম্পাদনাৰে তেওঁ অসমৰ সাংস্কৃতিক সম্পদ সমৃদ্ধ কৰাই নহয়, অসমীয়া সাহিত্যত নতুন দিগন্তও মুকলি কৰিছে।

মহেশ্বৰ নেওগৰ অন্য এক পৰিচয়, তেওঁ অসমীয়া সাহিত্যৰ ইতিহাস প্ৰণেতা। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' (১৯৬২) তেওঁৰ সাহিত্যিক জীৱনৰ মাজভাগৰ এখন মূল্যবান গ্ৰন্থ। নেওগৰ আগতে দেৱেন্দ্ৰ নাথ বেজবৰুৱাৰ পৰা আৰম্ভ কৰি ডিম্বেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মালৈকে কেইবাগৰাকীও পণ্ডিতে অসমীয়া সাহিত্যৰ ইতিহাস প্ৰণয়ন



কৰিছিল। কিন্তু সেইসকল লিখকৰ লগত নেওগৰ দৃষ্টিভংগীৰ পৃথকতা আছে— মাথোন প্ৰকাশভংগীৰ ফালৰ পৰাই নহয়, বিচাৰ-বুদ্ধিৰ ফালৰ পৰাও। নিচেই কম কথাৰে একোখন পুথিৰ তাৎপৰ্য আৰু সাহিত্যিক মূল্য নিৰূপণ কৰি দেখুওৱাটো নেওগৰ গ্ৰন্থখনৰ এটি বিশেষত্ব। সাহিত্যৰ যুগ-বিভাজনৰ ক্ষেত্ৰতো নেওগে পূৰ্বসূৰীসকলৰ পৰা আঁতৰি আহি নিজস্ব মত প্ৰকাশ কৰাৰ চেষ্টা কৰিছে।

সাহিত্যৰ ইতিহাস প্ৰণয়ন কৰা অতি কষ্টসাধ্য কাম। প্ৰথম কথা, সাহিত্যৰ অগ্ৰগতিৰ ধাৰা পৰিস্ফুট কৰি তুলিব লাগিলে সকলো প্ৰকাৰৰ সাহিত্য কৰ্মৰ লগত সম্যকভাৱে পৰিচিত হ'ব লাগে। দ্বিতীয়তে, সাহিত্যৰ ইতিহাস মানেতো কিছুমান গ্ৰন্থৰ তালিকা নহয়। সমাজৰ লগত সাহিত্য অবিচ্ছেদ্যভাৱে জড়িত। সমাজৰ ধ্যান-ধাৰণাই সাহিত্যৰ গতিপথ নিৰ্ণয় কৰে। গতিকে প্ৰতিখন গ্ৰন্থৰ আঁৰত থকা সমাজখনৰ বিষয়ে সূক্ষ্মভাৱে অধ্যয়ন নকৰিলে সাহিত্যৰ মূল্যায়নত সঠিক আৰু সম্পূৰ্ণ হ'ব নোৱাৰে। অসমীয়া সাহিত্যৰ ইতিহাস প্ৰণয়নৰ ক্ষেত্ৰত আৰু কিছুমান অসুবিধা আছে। পুৰণি অসমীয়া সাহিত্যৰ আটাইবোৰ তথ্য এতিয়ালৈকে পোহৰলৈ অহা নাই নেওগে নিজে ভবামতেও, পুৰণি সাহিত্যৰ অনুসন্ধান সম্পূৰ্ণ নোহোৱালৈকে অসমীয়া সাহিত্যৰ বুৰঞ্জী শুদ্ধ হ'ব নোৱাৰে ('অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ 'নিবেদন' দ্ৰষ্টব্য)। পুৰণি পুথি-পত্ৰবোৰ উদ্ধাৰ কৰি চালি জাৰি চালে আনকি অসমীয়া সাহিত্যৰ উৎপত্তিৰ ধাৰণাই সলনি হৈ যাব পাৰে। এতিয়ালৈকে লিখি উলিওৱা ইতিহাস কেইখনত অসমীয়া সাহিত্যৰ লিখিত ৰূপ চতুৰ্দশ শতিকাৰ পৰা দেখুওৱা হৈছে। কিন্তু হেম সৰস্বতী, মাধৱ কন্দলি আদি কবিসকলৰ পৈণত ভাষা আৰু সাৱলীল ছন্দলৈ চাই অসমীয়া সাহিত্যৰ ইতিহাসৰ পম খেদি আৰু কিছু দূৰলৈ উভতি যোৱাৰ থল আছে। আধুনিক অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সমস্যা নথকা নহয়। আধুনিক অসমীয়া সাহিত্য ইউৰোপীয় সাহিত্যৰ আদৰ্শত গঢ় লৈ উঠিছে। ইউৰোপীয় সাহিত্যৰ প্ৰেৰণা লৈ অসমীয়াতো নতুন নতুন ধাৰা আৰু কৌশল প্ৰৱৰ্তন কৰা হৈছে।

গতিকে, আধুনিক অসমীয়া সাহিত্যৰ প্ৰকৃত মূল্যায়ন ইউৰোপীয় সাহিত্যৰ সুগভীৰ অধ্যয়নৰ অবিহনে সম্ভৱ হ'ব নোৱাৰে।

অসমীয়া সাহিত্যৰ ইতিহাস প্ৰণয়ন কৰাৰ কাৰণে মহেশ্বৰ নেওগেই আছিল সবাতোকৈ যোগ্য ব্যক্তি। কাৰণ, ইতিহাস ৰচকৰ কাৰণে অপৰিহাৰ্য তিনিটা গুণ — বৈজ্ঞানিক দৃষ্টি, শুদ্ধ তথ্য পৰিবেশন কৰাৰ আগ্ৰহ আৰু ইতিহাস চেতনা নেওগৰ তেজৰ লগত মিহলি হৈ আছিল। তেওঁ পুৰণি সাহিত্যৰ কোনো কথাতেই অনুমান আৰু ভাবাবেগক প্ৰশ্ৰয় দিয়া নাছিল। অথবা পূৰ্বসূৰীসকলৰ মততে হয়-ভৰ দি হাত সাৱটি বহি থকা নাছিল। গড়গাৱলৈ নগৈ গড়গাৱঁৰ বতৰা দিয়া, আনে কাটি থৈ দিয়া বাটেদি বাট বুলা, পৰীক্ষা নকৰাকৈ তথ্য গ্ৰহণ কৰা লোক তেওঁ নাছিল। শুদ্ধ তথ্য উদ্ঘাটন কৰাৰ কাৰণে ছপা পুথিৰ ওপৰত নিৰ্ভৰ নকৰি পুৰণি সাঁচিপতীয়া-তুলাপতীয়া পুথি তন্ন-তন্নকৈ পৰীক্ষা কৰিছিল। কোনো এটা সিদ্ধান্ত গ্ৰহণ কৰাৰ আগতে মাথোন এখন পুথিতেই সন্তুষ্ট নাথাকি সেই পুথিৰ প্ৰাপ্ত আটাইবোৰ পাঠ বৈজ্ঞানিক পদ্ধতিৰে বিচাৰ কৰি তেওঁ মূলৰ ওচৰ চাপিছিল। সেই কাৰণেই প্ৰাক্‌শংকৰ যুগৰ কবি হৰিবৰ বিপ্ৰৰ নামটো যে 'হৰিহৰ' নহয়, 'হৰিবৰ' হে এই কথাটো তেওঁ দৃঢ়তাৰে প্ৰতিষ্ঠা কৰিব পাৰিছিল। মাধৱ কন্দলি আৰু অন্যান্য কবিসকলৰ স্থান, কাল আৰু উপৰিপুৰুষ বিষয়ক তথ্য আনতকৈ অধিক প্ৰত্যয়শীলভাৱে দাঙি ধৰিব পাৰিছিল। ইতিহাস-চেতনা নেওগৰ ৰচনাৰ এটা ডাঙৰ বিশেষত্ব। আচলতে, এই বিশেষত্বটোৱে লিখক আৰু গৱেষক হিচাপে তেওঁ আগবঢ়োৱা বৰঙণিসমূহ অধিক সংবেদনশীল কৰি তুলিছিল। এটা যুগ তাৰ পূৰ্ববৰ্তী যুগৰ সন্তান। পৰৱৰ্তী যুগৰ পৰাও ই বিচ্ছিন্ন নহয়। এখন গ্ৰন্থ মূলতঃ এক ঐতিহাসিক ঘটনা। ইতিহাস-ৰচকৰ এই চেতনা নাথাকিলে ইতিহাস কিছুমান বিক্ষিপ্ত ঘটনাৰ সমষ্টিহে হয়গৈ। নেওগৰ হাতত প্ৰাচীন মাথোন প্ৰাচীন হৈয়েই থকা নাই, প্ৰাচীন আৰু নতুনৰ মাজত একপ্ৰকাৰৰ সংযোগ সাধন হৈছে। তেওঁৰ এই ইতিহাস-চেতনাৰ গুৰিতে হ'ল, অসমৰ সমাজ



আৰু সংস্কৃতিৰ লগত তেওঁৰ গভীৰ সম্পৰ্ক। সেই কাৰণেই অসমীয়া সাহিত্যৰ যুগ-বিভাগ কৰোঁতে আৰু প্ৰতিটো যুগৰ সাহিত্যকৰ্মৰ মূল্য নিৰ্ধাৰণ কৰোঁতে যুগটোৰ আভ্যন্তৰীণ ভাবধাৰালৈ তেওঁ বিশেষ ধৰণে দৃষ্টি দিব পাৰিছিল। আধুনিক অসমীয়া সাহিত্যৰ বিচাৰৰ বাবেও তেওঁৰ মনৰ প্ৰস্তুতি কিমান বহল আছিল তাৰ প্ৰমাণ আন নালাগে 'অৰুনোদই'ৰ সুদীৰ্ঘ ভূমিকাখনৰ পৰাই পাব পাৰি। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'তো সূক্ষ্মদৰ্শী পাঠকে এই বিস্তৃতিৰ পৰিচয় নিশ্চয় পাব।

বিশাল অধ্যয়ন, সুগভীৰ পাণ্ডিত্য, প্ৰখৰ বোধশক্তি আৰু নিৰৱচ্ছিন্ন সাধনাৰে বিদ্বৎ সমাজত বিস্ময়ৰ সৃষ্টি কৰা নেওগ আছিল এক বিৰল প্ৰতিভাৰ গৰাকী। এই কথা তেওঁৰ প্ৰতিদ্বন্দ্বীয়েও নিসংকোচে স্বীকাৰ কৰি ল'ব লাগিব। ইয়াৰ প্ৰমাণ তেওঁৰ ভালেমান গ্ৰন্থতেই আছে। তথাপি এইটোও স্বীকাৰ কৰি লোৱাত বোধকৰোঁ কাৰো আপত্তি নাথাকিব যে নেওগৰ পাণ্ডিত্যৰ দীপ্তি সকলো ক্ষেত্ৰতে সমভাৱে উজ্জ্বল হৈ উঠা নাছিল। অথবা, তেওঁৰ প্ৰতিভাৰ স্ফুৰণ সকলো ৰচনাতে সমানে ঘটা নাছিল। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ মাজতেই এই উক্তিৰ সত্যতা বিচাৰি পোৱা যাব। পুৰণি অসমীয়া সাহিত্যৰ প্ৰসংগত নেওগেই যি বিচক্ষণতা, অনুসন্ধিৎসা আৰু বিশ্লেষণশক্তিৰ পৰিচয় দিছে, আধুনিক অসমীয়া সাহিত্যৰ ক্ষেত্ৰত আৰু বিশেষকৈ বৰ্তমান সাহিত্যৰ প্ৰসংগত তাৰ অভাৱ দেখা গৈছে। গ্ৰন্থখনত বৰ্তমান সাহিত্যৰ আলোচনা এৰা-ধৰাকৈহে কৰা হৈছে। প্ৰকাশিত গ্ৰন্থসমূহৰ দীঘলীয়া তালিকা সংযোগ কৰা হৈছে, সাহিত্যৰ ইতিহাসত সেই গ্ৰন্থসমূহৰ স্থান নিৰ্ণয় কৰা হোৱা নাই। প্ৰকাশিত আটাইবোৰ গ্ৰন্থৰ নাম যে সাহিত্যৰ ইতিহাসত থাকিবই লাগিব, তেনে কোনো কথা নাই। কিন্তু সাহিত্যৰ ধাৰা-নিৰূপক কিছুমান গ্ৰন্থৰ বিচাৰৰ প্ৰয়োজনীয়তা আছে। বিশ্বৰ বিভিন্ন ঐতিহ্যৰ পৰা গ্ৰহণ কৰা নতুন নতুন চিন্তাধাৰাৰ প্ৰভাৱ অসমীয়া সাহিত্যত কিমান সাৰ্থক অথবা সুখকৰ হৈছে তাৰ আভাস অথবা ইংগিত 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত

নাই। গ্ৰন্থখনৰ শেষৰ ফালে সংযোগ কৰা বৰ্তমান সাহিত্যৰ গ্ৰন্থপঞ্জীখনতো অসম্পূৰ্ণতা বৈ গৈছে। সময়ৰ নাটনি নিশ্চয় ইয়াৰ কাৰণ হ'ব। নেওগৰ বৌদ্ধিক শক্তি একেটি কলাত প্ৰযুক্ত হোৱা নাছিল। তদুপৰি, প্ৰাচীন পুথিৰ অনুসন্ধানত তেওঁ ইমানেই ব্যস্ত হৈ আছিল যে নতুন সাহিত্যৰ বিভিন্ন বৰ্ণৰ ৰস আস্বাদন কৰা আৰু আনকি এই সময়ছোৱাৰ সকলোবোৰ গ্ৰন্থৰ সংবাদ ৰখাও তেওঁৰ কাৰণে প্ৰায় অসম্ভৱ হৈ পৰিছিল।

অসমৰ জাতীয় জীৱনৰ শ্ৰেষ্ঠ পুৰুষ, বৈষ্ণৱ পৰম্পৰাৰ গুৰু শ্ৰীমন্ত শংকৰদেৱ আৰু সেই পৰম্পৰাৰ আধুনিক যুগৰ প্ৰবক্তা লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতি নেওগৰ আছিল অপৰিসীম শ্ৰদ্ধা। আচলতে এই দুজন পুৰুষৰ বিশাল ব্যক্তিত্বক কেন্দ্ৰ কৰিয়েই দুটা যুগৰ সাহিত্য প্ৰাণৱন্ত হৈ উঠিছিল আৰু সেই যুগ দুটাই অসমীয়া সাহিত্যৰ প্ৰথম আৰু দ্বিতীয় সোণালী যুগ। সাহিত্যৰ যুগ-বিভাগ কৰোঁতে নেওগে এই কথাটোৰ প্ৰতি বিশেষ মনোযোগ দিছিল আৰু তাৰ ফলস্বৰূপে তেওঁৰ পূৰ্বৱৰ্তী পণ্ডিতসকলে কৰা যুগ-বিভাজনত যি অস্পষ্টতা আছিল 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত সি বহু পৰিমাণে আঁতৰ হৈছিল।

সাহিত্যকৰ্মৰ বিচাৰত ব্যক্তিগত ৰুচি-অৰুচিয়ে ক্ৰিয়া কৰে। সেই কাৰণে সাহিত্যৰ সমালোচনা কেতিয়াও সম্পূৰ্ণ নিৰপেক্ষ হ'ব নোৱাৰে। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' ইয়াৰ ব্যতিক্ৰম নহ'লেও নেওগৰ নিজস্ব অভিৰুচি সংযত কৰাৰ সজাগতা ইয়াত আছে।

'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ উপৰিও অসমীয়া সাহিত্যৰ কোনো এটা যুগৰ অথবা কোনো দিশৰ ধাৰা পৰিস্ফুট কৰি তোলা নেওগৰ আৰু কেইবাখনো গ্ৰন্থ আছে। অসমীয়া সামগ্ৰিক ৰূপ ইয়াত নাথাকিলেও অসমীয়া সাহিত্যৰ খণ্ড-ইতিহাস হিচাপে এই গ্ৰন্থকেইখনো মূল্যবান। দৃষ্টান্তস্বৰূপে, 'আধুনিক অসমীয়া সাহিত্য' (১৯৬৫) শীৰ্ষক গ্ৰন্থখনলৈ আঙুলিয়াই দেখুৱাব পাৰি। গ্ৰন্থখনত সন্নিৱিষ্ট এঘাৰটা প্ৰবন্ধ তেওঁৰ সাহিত্যিক জীৱনৰ আদিভাগত অৰ্থাৎ ত্ৰিশ আৰু চল্লিশৰ দশকৰ ভিতৰত লিখা। আধুনিক অসমীয়া সাহিত্যৰ অন্তৰ্গত ৰোমাণ্টিক



কালছোৱাৰ সাহিত্যৰ কেইটামান দিশৰ আলোচনা ইয়াত আছে। নেওগৰ অধ্যয়নৰ বিশালতা আৰু নিজস্ব দৃষ্টিভংগী তাহানিতে লিখা এই প্ৰবন্ধসমূহতেই প্ৰকাশ পাইছিল। 'সাহিত্যত সাধনা, আৰ্ট আৰু ৰুচি', 'কবি অম্বিকাগিৰী ৰায়চৌধুৰী', 'আধুনিক অসমীয়া কবিতা' আদি প্ৰবন্ধত বিভিন্ন গ্ৰন্থৰ উদ্ধৃতি আৰু তুলনামূলক আলোচনাৰে বক্তব্য স্পষ্ট আৰু উজ্জ্বল কৰি তোলাৰ প্ৰচেষ্টা মন কৰিবলগীয়া।

সাহিত্যকৰ্মৰ বিচাৰত যুগ আৰু জীৱনৰ আভ্যন্তৰীণ ভাবধাৰাৰ ওপৰত নেওগে যে গুৰুত্ব আৰোপ কৰিছিল তাৰ পৰিচয়ো এই প্ৰবন্ধ সমূহতেই প্ৰথমে ফুটি উঠিছিল। 'সাহিত্যত সাধনা, আৰ্ট আৰু ৰুচি'ত তেওঁ এই কথাটো এইদৰে পৰিষ্কাৰ কৰি দিছিল :

"জীৱনৰ লগত সাহিত্যৰ এই অপৰিহাৰ্য সংশ্ৰৱ হেতুকেই সাহিত্য একোটা যুগৰ, একোটা জাতিৰ আভ্যন্তৰীণ আৰু পাৰিপাৰ্শিক জীৱনৰ প্ৰতিবিম্ব স্বৰূপ হৈ পৰে। ডাঙৰ জাতীয়তা অবিহনে ডাঙৰ সাহিত্য সম্ভৱ নহয়। জাতীয়তাৰ আভ্যন্তৰীণ শক্তিৰ স্থূলীকৰণ আৰু বাহ্যিক পৰিসৰ-বৃদ্ধিৰ অনুপাতে সাহিত্যয়ো আত্মবিকাশৰ পথত আগবাঢ়িবলৈ সুবিধা পায়। যাৰ জাতীয়তাবোধ নাই, তাৰ সাহিত্যও নাই। সাহিত্যক একপ্ৰকাৰে একোটা জাতিৰ কৃষ্টি আৰু আত্মবিকাশৰ জোখ-কাঠী বুলি ধৰিব পাৰি। একোখন গ্ৰন্থত একোজন মানৱৰ আত্মা লুকাই থাকে, সেই আত্মাৰে আকৌ—গোষ্পদে নভোমণ্ডলম—গৰুখোজৰ পানীত সমস্ত আকাশৰ প্ৰতিবিম্বৰ দৰে গ্ৰন্থৰ পাছফালে লুকাই থাকি ব্যক্তিৰ ওপৰত চিত্ৰিত হোৱা জাতীয়তা আৰু তাৰ পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱবোৰ।"

অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতা আৰু আধুনিক অসমীয়া কবিতাৰ সম্পৰ্কত তেওঁ যিবোৰ মননশীল অভিমত আগবঢ়াইছিল সেইবোৰৰ যথাৰ্থতা এতিয়ালৈকে কোনেও অস্বীকাৰ কৰিব পৰা নাই। ৰায়চৌধুৰীৰ কাব্যৰ বিষয়ে তেওঁ কৰা আলোচনা কিমান তাৎপৰ্যপূৰ্ণ তাৰ প্ৰমাণ তলৰ বাক্যকেইটাই দিব :

"আধুনিক অসমীয়া কাব্যত অমৰ হ'ব পৰা কবিতাৰ সংখ্যা বৰ

কম হ'ব জীৱনৰ লগত তাৰ অসহযোগৰ মাত্ৰা বৰ বেছি কাৰণে। ৰায়চৌধুৰীৰ কবিতা লিখাৰ বাবেই জগতখন অধিক ধুনীয়া ন'হব পাৰে ; কিন্তু তেওঁৰ বাইবনীয় ওজঃশক্তিৰ আৰু জীৱনৰ নিবাৱৰণ প্ৰকাশৰ গুণত আমাৰ কাব্যত তেওঁৰ কবিতা জীৱনবিমুখী বা সত্যক ফাকি দিয়া নহয়। .. তেওঁৰ গুটীয়া আধ্যাত্মিক আৰু সামাজিক-ৰাজনৈতিক জীৱন আৰু কবিতাৰ লগত নিবিড় সম্বন্ধ। এই কথা-টোৰ চৰম উপলব্ধি হ'ব কবিতাৰ ভিতৰেদি তেওঁৰ মনৰ ক্ৰমবিকাশ লক্ষ্য কৰাত। আন অসমীয়া কবিৰ কাব্যত ভাব আৰু অভিজ্ঞতাৰ ক্ৰমপৰিৱৰ্তন এনে তীব্ৰভাৱে অনুভৱ নহয়। কিন্তু জীৱন গতিশীল ; আৰু গতি বুলিলেই পৰিৱৰ্তন সূচায়। যাৰ এটা জীৱনৰ কাব্যত দৃষ্টিভঙ্গী বা অভিজ্ঞতাৰ ইফাল-সিফাল নঘটে, বুজিব লাগিব হয় তেওঁৰ ৰচনা জীৱনৰ প্ৰকৃত প্ৰতিভূ নহয়, নহলেবা তেওঁৰ মন 'স্ৰোতহীন।'

---

"এটা কথা মই লিখিছোঁ পাতনিত যে এই কিতাপখন লিখাৰ প্ৰধান উদ্দেশ্য হ'ল এইটোৱেই যে when you want to read a book, you must write it. গতিকে মই wanted to read a book of a particular type and I wrote it. এইটোৱেই কথা। কাৰণ আগতেও বুৰঞ্জী কেবাখনো ওলাইছে, ভাল বুৰঞ্জীয়ে ওলাইছে। কিন্তু তাৰ যিটো method বা পদ্ধতি, সেই পদ্ধতিটো মোৰ মনে-খোৱা নাছিলে। আৰু বিশেষকৈ আজিকালি, প্ৰয়োগো অনেকে কৰিছে যে সেইবিলাক প্ৰয়োগ কৰি এখন বুৰঞ্জী লিখা, সেইটোৱেই আছিল মোৰ উদ্দেশ্য। অৱশ্যে তাৰে এশ ভাগৰ এভাগো কৰিব নোৱাৰিলো। কাৰণ এইটো এজন মানুহৰ কাম নহয়, আৰু মই এজনে সকলো-বিলাক কিতাপ ভালকৈ পৰীক্ষা কৰি সেইবিলাকৰ সৎ তত্ত্ব, সত্যত্ত্ব চাই তাৰ পৰা নিৰ্ণয় কৰি লৈ কিতাপ লিখাটো সম্ভৱ নহয়। তথাপি সেইবোৰ সেই মূল গ্ৰন্থবিলাকৰ ওপৰত বৈজ্ঞানিক দৃষ্টিপাত কৰিবলৈ আমি যত্ন কৰিছিলোঁ।"
(ডঃ বীৰেন্দ্ৰ নাথ দত্ত আৰু ৰঞ্জিৎকুমাৰ দেৱগোস্বামীৰ সাক্ষাৎকাৰ, গৰীয়সী, ডিচেম্বৰ, ১৯৯৫ ) —সম্পাদক

## ডঃ মহেশ্বৰ নেওগৰ আত্মজীৱনী

যোগেশ দাস

প্ৰাচ্যতত্ত্ববিদ গৱেষক পণ্ডিত তথা কবি-সংস্কৃতিবিদ ডঃ মহেশ্বৰ নেওগৰ আত্মজীৱনী 'জীৱনৰ দীঘ আৰু বাণি'' অসমীয়া ভাষাৰ সৰ্ববৃহৎ আত্মজীৱনী। ই ৬৪৬ পৃষ্ঠাজোৰা। তুলনা কৰি দেখা গৈছে যে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা যেনেকৈ তেওঁৰ দিনত অসমীয়া সাহিত্য-ক্ষেত্ৰত সৰ্বাধিনায়ক আছিল, পণ্ডিত-সংস্কৃতিবিদ মহেশ্বৰ নেওগো জীৱনকালত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত সৰ্বাধিনায়ক স্বৰূপ আছিল। স্বাভাৱিকতে তেওঁৰ বছৰীয়া সুদীৰ্ঘ জীৱনৰ সাংস্কৃতিক চৰ্চা আৰু কাৰ্য-কলাপ গুৰুত্বপূৰ্ণ হোৱাটো স্বাভাৱিক। গতিকে তেওঁ নিজে লিপিবদ্ধ কৰি থৈ যোৱা তেওঁৰ এই সুদীৰ্ঘ জীৱনৰ পঞ্জীসমূহ বিশেষ মূল্যবান হ'ব। তেওঁ নিজে "জীৱনৰ দীঘ আৰু বাণি" গ্ৰন্থ-খনক আত্মজীৱনী নুবুলি আত্মকথাহে বুলিছে, তথাপি আমি ইয়াক এক কথা বুলিয়ে ধৰিছোঁ। নিজৰ কথা নিজে লিখি যোৱা তেওঁৰ অন্য এখন গ্ৰন্থ নাই।

জীৱনী সাহিত্যত অসমীয়া ভাষা বৰ চহকী নহয়। তাৰ ভিতৰত আত্মজীৱনীৰ লেখ বৰ তাকৰ। বেজবৰুৱা, গোহাঁঞি বৰুৱা প্ৰমুখ্যে এমুঠি কবি সাহিত্যিকৰ আত্মজীৱনী কেইখন অৱশ্যে বিশেষ মূল্যবান। বেজবৰুৱাৰ "মোৰ জীৱন সোঁৱৰণ" কৃপাবৰী হাস্য ৰসেৰে সিক্ত হৈও তেওঁৰ দিনৰ ভালেমান তথ্য-পাতিৰেও সমৃদ্ধ। পদ্মনাথ গোহাঁঞিবৰুৱাৰ "মোৰ সোঁৱৰণী"ও কম ৰসাল নহয় আৰু সি অধিকহে তথ্য-সমৃদ্ধ। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ নিচেই ক্ষুদ্ৰ, খণ্ডিত আত্মকথা খিনিয়ে পণ্ডিত জনা তথা তেওঁৰ যুগৰ ভালেখিনি তথ্য-পাতি লিপিবদ্ধ কৰি থৈ গৈছে। ডঃ নেওগৰ আত্মজীৱনী খনত

প্ৰায় এশ বছৰৰ আগৰ অসমীয়া সমাজৰ আভাস দাঙি ধৰাৰ লগে লগে বিশ্ববিদ্যালয় আন্দোলন হৈ গৱেষণা-কাৰ্য সম্পাদিত হোৱালৈকে অসমৰ সাংস্কৃতিক বিকাশৰ ইতিবৃত্ত লিপিবদ্ধ হৈছে, সিবিলাক কামৰ সৈতে ডঃ নেওগ নিজে জড়িত হৈ আহিছিল। শেষৰ ফালে যি পাঠ-সমীক্ষাৰ শিক্ষাদান আৰু চৰকাৰী উদ্যোগত কৰি থৈ যোৱা বৃহৎ অভিধান খনৰ তেওঁ পৰিচালনা কৰিছিল, এনেকুৱা দুটামান বিষয়হে ইয়াত লিপিবদ্ধ হোৱা নাই। বোধহয় যি সময়ত আত্মজীৱনী লিখা হয় সেই সময়ত এইবিলাক কাম হোৱা নাছিল নাইবা সম্পূৰ্ণ হোৱা নাছিল। এগৰাকী অনন্য প্ৰকৃতিৰ পণ্ডিত ৰূপে তেওঁৰ এখনি পূৰ্ণাঙ্গ জীৱনী কোনোবাই কেতিয়াবা লিখিলে যে এই আত্মজীৱনীৰ পৰাই প্ৰায়খিনি সা-সমল পোৱা যাব তাত কোনো সন্দেহ নাই। কাৰণ গ্ৰন্থখন পাঠ কৰি অনুমান হ'ল যে লিখকে পৰিপাটিকৈ চিঠি, কাকত দলিল আদি সংৰক্ষণ কৰিছিল, যিবিলাক তথ্য-পাতি তেওঁ ইয়াত উল্লেখ কৰিছে আৰু উদ্ধৃতও কৰিছে। আত্মকথাৰ বৰ্ণনাকো তেওঁ ৰসাল কৰি থবলৈ যত্ন কৰিছে আৰু প্ৰায়েই জটুৱা ভাষাকে প্ৰয়োগ কৰিছে, যদিও ঠাই বিশেষে চলতি, নতুন ভাবা আৰু প্ৰকাশভঙ্গীকো অন্তৰ্ভুক্ত কৰিছে। "মুছাফিৰখানা" বুলি কাব্য পুথিৰ নামকৰণ কৰা এগৰাকী সাহিত্যিকৰ পক্ষে সেই ঔদাৰ্য নিতান্তই স্বাভাৱিক। অৱশ্যে লিখক মহেশ্বৰ নেওগে "ডাৱৰৰ সিপাৰে ধুনীয়া দেশ" লেখোঁতে সি সহজ-সৰল অথচ কোমল, কাব্যোপম ভাষা লিখিছিল, পিছলৈ সেইভাষা আৰু বৰ্তি থকা নাছিল। হয়তো বিষয়-বস্তু অনুযায়ীয়ে তেওঁৰ ভাষাৰ গঢ় বেলেগ হৈ পৰিছিল; সেই ভাষাই আদিৰ কোমলতা হেৰুৱাইছিল আৰু এক ধৰণৰ সানমিহলি ৰূপ গ্ৰহণ কৰিছিল। কিন্তু আত্মজীৱনী লেখোঁতে ডঃ নেওগে তেওঁৰ বৰ্ণনাৰ ভাষাক এটা জটুৱা ঠাঁচত তুলিবলৈ গ'ল আৰু হাস্য-বাঙ্গ্য ৰসেৰে তাক সুখপাঠ্য কৰি তুলিবলৈ যত্ন কৰিলে। ভাষাৰ ফালৰ পৰা "জীৱনৰ দীঘ আৰু বাণি" নিশ্চয় এখন উল্লেখযোগ্য অসমীয়া পুথি বুলি গণ্য হৈ থাকিব। প্ৰায় ছত্ৰে ছত্ৰে উদ্ধৃতিবিলাকেও বৰ্ণনাৰ বিষয়ক ৰসাল



আৰু সুখপাঠ্য কৰি তুলিছে।

৬০০ পৃষ্ঠামান জোৰা এটা দীঘলীয়া জীৱনৰ বিচিত্ৰ কাৰ্য-কলাপ মাত্ৰ কেইটামান পৃষ্ঠাতে সামৰা অসম্ভৱ আৰু অনাৱশ্যকীয়ও। আমি মাত্ৰ আত্মজীৱনী খনৰ এটি থুলমূল মূল্যায়ন কৰিবলৈ চেষ্টা কৰিছোঁ। স্বীকাৰ কৰিছোঁ যে সুদীৰ্ঘ আত্মজীৱনীখন পঢ়াৰ পিছতো আমি তাৰ সকলো কথা আৰু বৰ্ণনা স্মৰণত ৰাখিব পৰা নাই। মাত্ৰ মূল মূল কথা কিছুমানহে আভাস ইয়াত দাঙি ধৰিবলৈ চেষ্টা কৰিছোঁ।

যেনে নেওগ পৰিয়ালৰ (উপৰিপুৰুষে হেনো আহোম ৰজাৰ পৰা তৰুৱা সেনাৰ নেওগ বাব পাইছিল) কমাৰফদীয়া গাওঁখনৰ স্মৃতিয়ে অসমীয়া গ্ৰাম্য কৃষ্টি আৰু মনোৰম নৈসৰ্গিক চিত্ৰ ফটফটীয়াকৈ ফুটাই তুলিছে। ডঃ নেওগৰ ককাইদেৱেক (পিছলৈ দাদাও বুলিছে) বিখ্যাত কবি সমালোচক ডিম্বেশ্বৰ নেওগে যিখন "মোৰ গাওঁ"ক "ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ" বুলি অমৰ কৰি থৈ গ'ল তাৰ সুন্দৰ আভাস আমি পঢ়িবলৈ পাওঁ: "বছৰৰ কত উছৱ মহোৎসৱে কমাৰফদীয়াক মতলীয়া কৰি যায়- খৰিৰ ওখ মেজি, কলথলুৱাৰ ভেলাঘৰেৰে, গাঁৱৰ ডেকাৰ মাল-যুঁজেৰে, দুৱৰিৰ পথাৰৰ ম'হযুঁজ, গৰুযুঁজেৰে, পিঠাপনাৰ ন জলপানেৰে মাঘৰ বিহু; বকুলতলৰ থিয় শিলটোত হাত দি ভিতৰ সোমোৱা বাজহুৱা নামঘৰৰ বৰসবাহ, ভাওনা আৰু পিছৰ কালৰ থিয়েটাৰ অভিনয়। (এই গাওঁতে নাট্য সংঘ গঠন হোৱাঁটো উল্লেখযোগ্য) সবাতোকৈ চৰা কিন্তু বহাগৰ বিহুত গৰুক নোওৱা, বিহু-পিঠা খুউৱা আৰু গোন্ধত মলমলাই থকা ন তৰা-পঘা পিন্ধোৱাৰে; গধূলি নিশা উত্ৰাবল বিহু-তলিৰ বিহু আৰু চোতালে চোতালে ঢোল-তাল, পেঁপা-গগণাৰ হুচৰিৰে, কণি-যুঁজ, কড়ি-খেল, তাচ-পাতৰে, ন-কাপোৰ, ন-ফুলাম বিহুবানেৰে, গছে পাত লগা, থেৰেজু-বহমথুৰিৰে, কুলি, কেতেকী, সখীয়তীৰে আৰু সহস্ৰ বিহগৰ বিহু বুলি উখল-মাখলেৰে।" সেই কালৰ সেই গাৱঁলীয়া দৃশ্যৰাজিৰ তেওঁ আকৌ স্মৰণ কৰিছে

ককাইদেৱেকৰ কেইটিমান প্ৰকৃতি-বিষয়ক কবিতাৰ উদ্ধৃতিৰেই-ৰজাবাৰী পথাৰত বং ধেমালি কৰি বিহু নাচ নচা, কোনো এটা দীঘলীয়া আলিবাটৰ দুয়ো কাষৰ গছ-গছনিৰ শোভাৰ 'বিহুতী' কবিতাত থকা বৰ্ণনা, টেক্সী আলিৰ কথা ইত্যাদি। আকৌ স্মৰণ কৰিছে: বাশিষ্ঠ গঙ্গা দিখৌ নৈ, যাক যোগিনীতন্ত্ৰত বুলিছে 'তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী', তাৰ কথা এইদৰে "মোৰ কাৰণেতো দিখৌ তীৰ্থই য'ত সদায় স্নান কৰি শৰীৰ পবিত্ৰ ৰাখিবলৈ ল'ৰালিতে শিকিছিলোঁ -দিখৌ নৈৰ ঘুলিত ঘঁৰিয়ালৰ বাহ বুলি জানিও। ঋতুৱে ঋতুৱে তাৰ কত কি গঢ়! শৰত কালত দিখৌৰ ৰূপ দেখি গুৰুজনৰ কথাত বিশ্বাস কৰিবৰ মন যায় 'শৰত সমান নাহি সুখ-কাল।' এই সময়তে বিখ্যাত 'বামুণ পৰি মৰা দিখৌৰ গৰা'ৰ ঠাইত আমাৰ ঘৰৰ সমুখত দিখৌৰ নতুন বালি নতুন এক সৃষ্টিৰ দৰে দিখৌৰ বুকুৰ পৰা ওলাই পৰে। এই সময়ত নাৰবাট মাছৰ উজান উঠেঁ। একোটা উজাৰত একো লাখ ৰূপ যেন ৰূপোৱালী মাছ বালিত আহাৰ খাই পৰেহি। নতুন নিকা ৰালিত নেজ জোকাৰি জোকাৰি প্ৰথম দেখা দিয়েহি চিত্ৰলেখাৰ লেখীয়াকৈ নে কোনোবা ৰাজকুঁৱৰীৰ দৰে খনী পখী-বালিমাহী। ভাবোঁ, বালিনে কোনোবা বাজকুঁৱৰীৰ দৰে খনী পখী-বালিমাহী। ভাবোঁ, বালিডৰাৰ মাক দিখৌৰ পানী একাষৰীয়া হ'লেই তাৰ যতন লবলৈ যেন আহে এই মাহীহঁত! সেই সময়ত ল'ৰালিৰ ডাঙৰ সম্পত্তি যেন বালিৰ বুকুৰ পৰা লিহিৰিপতীয়া জাও-বনবোৰ মূৰ তুলি গজি উঠে, বালি ডৰাৰ অংশ এক সেউজীয়া হৈ পৰে; আমাৰ ধেমালিৰ বহল ঠাই হয়— বালি দ'ল সজা, আনকি, মাজুলীৰ পৰা খেৰ কাটি বৰ নাৱেৰে আনি খেৰকটীয়াহঁতে থোৱা থাকবোৰৰ আঁৰত লুকা-ভাকুও খেলা। খৰালিৰ দিখৌৰ বালিত ক'ত নাৱৰীয়া আহি ফু মাৰি ভাত ৰান্ধি খাই যায়, নিশা বহেও। কেতিয়াবা আউনীঅটীয়া কৰ-তোলা ভকত আহি ছৈ-ঘৰ সাজি বাহৰ পাতি এমাহ-দুমাহ ৰয়।" ইত্যাদি নানা দৃশ্য বৰ্ণনা ইয়াত তুলি দিবলৈ ঠাই নাই; কিন্তু এইবিলাক স্মৃতিয়ে পৰিপক্ক বয়সত ভাষান্তৰিত হৈ আমাৰ বিগত দিনৰ গাৱঁলীয়া আৰু কৃষ্টি-গত জীৱনৰ চিত্ৰ প্ৰশংসনীয় ভাৱে ধৰি ৰাখিছে। ছন্দোবদ্ধভাৱে সজাই



পৰাই লিখা হ'লে এইবিলাক কথাই হয়তো ৰোমান্টিক যুগৰ কবিতাৰ নিদৰ্শন ৰূপে বৈ গ'লহেঁতেন।

কিন্তু আত্মজীৱনী খনত এনেকুৱা বিৱৰণ বৰ বেছি নাই। মহেশ্বৰ নেওগ নামৰ ছাতৰজন, কলেজৰ বিদ্যাৰ্থীজন, চাকৰিৰ কাৰণে অ'ত-ত'ত বাগৰি ফুৰা ডেকাজন, শেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগত জড়িত হৈ মহাপুৰুষীয়া সংস্কৃতি তথা অন্যান্য গৱেষণাৰ কাৰ্যত লিপ্ত হৈ পৰা কাৰণে বিষয়ৰ পৰা বিষয়ান্তৰ, দৃশ্যৰ পৰা দৃশ্যান্তৰলৈ গৈ সেইবিলাকৰ বৰ্ণনাত আত্মনিয়োগ কৰিব লগা হয়গৈ আৰু সেই অনুক্ৰমে তেনে গ্ৰাম্য পটভূমি পৰিত্যাগ কৰি কঠোৰ বাস্তৱৰ জগতলৈ গুচি যাব লগা হয়। পিছলৈতো নানান চিঠি-পত্ৰ আৰু অন্যান্য কাকত-পত্ৰৰ উদ্ধৃতিও বৰ্ণনাৰ বিষয়ক পূৰ্ণ ৰূপ দিবলগীয়া হোৱাত শৈশৱৰ সেই মধুৰ স্মৃতিৰ মধুৰ বৰ্ণনাও নোহোৱা হৈ আহিবলৈ ধৰে। আনহে নেলাগে কমাৰফদীয়া গাওঁখনৰ বিভিন্ন চুবুৰীৰ বিভিন্ন জাতিৰ মানুহবিলাকৰো বৰ বেছি কথা তেওঁ দিয়া নাই যিকন আভাস দিছে তাৰ পৰা অনুমান হয় যে বহুতো সামাজিক চিত্ৰ, বিশ্বাস, সংস্কাৰ ইত্যাদিৰ বিষয়ে জানিব পৰা গ'লহেঁতেন। নিজৰ ঘৰখনৰ কথাও তেওঁ বৰ বহলকৈ লিখি থৈ যোৱা নাই। দেউতাক মাণিকচন্দ্ৰ নেওগ, আয়েক (আই) চন্দ্ৰপ্ৰভা নেওগ, ভাতৃ মোক্ষেশ্বৰ নেওগ, বাইদেৱেক আদিৰ পৰিচয়বিলাকো পূৰ্ণাঙ্গ বুলিব নোৱাৰি। বিশেষকৈ যি আয়েকৰ মুখত জতুৱা ঠাঁচৰ কথা কথাই কথাই তেওঁ শুনিছিল বুলি লিখিছে সেইগৰাকী মাতৃভাষাৰ ভঁড়াল স্বৰূপ মহিলাৰ কথা আৰু বহুত বেছি শুনিবলৈ আমাৰ হেপাহ থাকি গ'ল। অৱশ্যে ককাইদেৱেক ডিম্বেশ্বৰ নেওগৰ কথা যথেষ্ট পৰিমাণে উল্লেখ কৰিছে। তাৰ কাৰণ ছাত্ৰ-জীৱনত ডঃ নেওগে শিক্ষকতা কৰি ঘূৰি ফুৰা ককায়েকৰ প্ৰভাৱ আৰু সাহায্য অত্যাধিক পৰিমাণে পাইছিল। ভায়েক ক'ত পঢ়িব, কি পঢ়িব, কাক ধৰিলে পঢ়াৰ ক্ষেত্ৰত সহায় হ'ব, এই সকলো বিষয়তে কলেজত পঢ়া দিনলৈকে ডাঙৰজনা নেওগে ভায়েকক পিতৃ তথা অভিভাৱকৰ দৰেই বাট দেখুৱাই লৈ ফুৰাইছিল। বোধহয়

ডিম্বেশ্বৰ নেওগৰ 'ইন্দ্ৰধনু'ৰ কবিতাবিলাক ভায়েকৰ মনত সকলো সময়তে আহিয়ে আছিল।

ডিম্বেশ্বৰ নেওগৰ দৰে ডঃ নেওগে তেওঁৰ অন্যান্য গুৰুসকলকো শ্ৰদ্ধাৰে স্মৰণ কৰিছে। গাঁৱৰ পাঠশালাৰ যোগেশ্বৰ শৰ্মা বৰুৱা আৰু 'লেৰেলা পণ্ডিত' দুৰ্যোধন হাজৰিকাৰ পৰা (সেইখন পাঠশালাৰ কিছু আমোদজনক বৰ্ণনাও আছে) আৰম্ভ কৰি কলেজত গৈ পোৱা ডঃ বাণীকান্ত কাকতি, ডঃ সূৰ্যকুমাৰ ভূঞা, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা অধ্যাপক পি-চি ৰায়, অধ্যাপক ভুবনমোহন সেন, অধ্যাপক বিজয়-চন্দ্ৰ সেনগুপ্ত ইত্যাদি শিক্ষাগুৰু সকলৰ কথা ডঃ নেওগে বেছ শ্ৰদ্ধাৰে স্মৰণ কৰিছে; পি-চি ৰায়ৰ নিচিনা কেইজনমান গুৰুৰ অন্যান্য আমোদ-জনক ঘটনাও উল্লেখ কৰি গৈছে। পণ্ডিত কৃষ্ণকান্ত সন্দিকৈকে ধৰি এইসকল আৰু দেশৰ তথা বিদেশৰ নানান গুণী জ্ঞানী পণ্ডিতৰ প্ৰতি তেওঁৰ ভক্তি আৰু শ্ৰদ্ধা এটা উল্লেখযোগ্য চাৰিত্ৰিক বৈশিষ্ট্য বুলি কব পাৰি।

পূৰ্বে ছোৱা ছোৱাকৈ 'প্ৰান্তিক' পত্ৰিকাত লিখি যোৱা আত্ম-জীৱনীখনৰ প্ৰত্যেকটো অধ্যায়ক একোটা নাম দি লোৱা হৈছিল। যেনে, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ (জন্মভূমি গাঁওখনৰ কথা), ক ক ম ম (বিদ্যাৰম্ভ), হাৰমতী দাৰমতী কুঁৱৰী আৰু মেলেৰিয়াৰ দেশত এবেছা (উত্তৰ লক্ষীমপুৰত ছাত্ৰ জীৱন); গুৰু-গৌৰৱৰ সকায় (কটন কলেজত অধ্যয়ন), বৰ পঢ়াশালিৰ খুটা-চ'তি, ৰুৱা-মাৰলি (বিশ্ববিদ্যালয়ৰ সংগঠনৰ কাম) সুৰ আৰু অসুৰ (থলুৱা সংস্কৃতি চৰ্চাৰ লগত কৰা কাম), প্ৰাচ্যবিদ্যাৰ জগৎসভালৈ (নিখিল ভাৰত প্ৰাচ্যবিদ্যা সন্মিলন সৈতে সম্বন্ধ), বাহিৰৰ এছাটি মুকলি বতাহ (পূব ইউৰোপ ভ্ৰমণ) ইত্যাদি। গোটেইবিলাক শিতান ইয়াত উল্লেখ কৰা নাই যদিও কেনে কেনে স্তৰ আৰু কামৰ মাজেদি ডঃ নেওগৰ ব্যস্ত জীৱন অতিক্ৰান্ত হৈছিল তাৰ আভাস এটা পাব পাৰি নিশ্চয়। এই সুদীৰ্ঘ আৰু বিচিত্ৰ পৰিক্ৰমাৰ পথছোৱা যে সহজ আৰু মিহি নাছিল সেই কথা উল্লেখ



কৰি থোৱা ভাল হব। যেনে ইংৰাজীত অনাৰ্ছ লৈ কলেজত বি-এ পঢ়া আৰু ভালকৈ উত্তীৰ্ণ হৈও তেওঁ শেষত দিহিঙে-দিপাঙে ঘূৰি-পকি কিতাপ পত্ৰ গোটায়ো— তাকো অসম্পূৰ্ণভাৱে— শেষত কলিকতা বিশ্ব-বিদ্যালয়ত অসমীয়া বিষয়তহে এম-এ পৰীক্ষা দিব লগা হৈছিল। আকৌ, বি-এ পাছ কৰাৰ পিছত, নিজে কবৰ দৰে. ডলাৰ বগৰীৰ দৰে আজি যোৰহাটৰ বেপ্টিষ্ট মিছনাৰী হাইস্কুলত, কাইলৈ শিৱসাগৰৰ ফুলেশ্বৰী ছোৱালী হাইস্কুলত এনেকৈ (১৯৪১-৪২) কিছু কিছু দিনলৈ শিক্ষকতা কৰিব লগাত পৰিছিল। অৱশেষত প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস পৰিষদৰ কামত সোমাই (১৯৪৫) তেওঁ লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ, মাধৱচন্দ্ৰ বেজবৰুৱা আদিৰ সৈতে অসমৰ বিশ্ববিদ্যালয় আন্দোলনত জঁপিয়াই পৰি এটা স্থায়ী পথৰ সন্ধান পালে। কাৰণ এম-এ পাছ কৰাৰ পিছত এই বিশ্ববিদ্যালয়ৰে অসমীয়া বিভাগত প্ৰবক্তা ৰূপে যোগদান কৰি শেষলৈ এই বিভাগৰ মূৰব্বী, জৱাহৰলাল নেহৰু অধ্যাপক আৰু কলা-গুৰু হৈ, গৱেষণা কাৰ্যসূচীত বহুতো ছাত্ৰ-ছাত্ৰীক পথ প্ৰদৰ্শন কৰি শেষত ১৯৭৭ চনত অৱসৰ গ্ৰহণ কৰে।

তেওঁৰ সুদীৰ্ঘ কৰ্ম জীৱনৰ মাজে মাজে মেল-মিটিং কৰাৰ উপৰি (অসমত আৰু বাহিৰতো) ইংৰাজী আৰু অসমীয়াত বহুতো সাহিত্য-সংস্কৃতি-প্ৰত্নতত্ত্ব বিষয়ক প্ৰবন্ধ আৰু পত্ৰাদি লিখি প্ৰকাশ কৰি বিদ্বৎ সমাজৰ প্ৰশংসা লাভ কৰে। গুৱাহাটীত প্ৰাচ্যতত্ত্ব সন্মিলন পতাৰ উপৰি, সাহিত্যৰ কৰ্মশালা পৰিচালনা কৰা তথা বিভিন্ন পণ্ডিত সমাজত যোগদান কৰি ডঃ নেওগ সমগ্ৰ দেশতে সুপৰিচিত হৈ উঠে। আত্মজীৱনীত এইবিলাকৰ তথ্য-পাতি, চন তাৰিখ সহ উল্লেখ আছে। ভৱিষ্যতে কোনো ডেকা গৱেষকে এনে বিবিধ ধৰণৰ বিষয়ৰ গৱেষণা কৰিবলৈ ইচ্ছা কৰিলে যথেষ্ট পৰিমাণে আত্মজীৱনী খনৰ পৰা সহায় পাব। তেওঁ এসময়ত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰতো 'গাৱঁলীয়া ৰাইজলৈ' কাৰ্যসূচীৰ পৰিচালনাত আছিল, যি সংযোগৰ কাৰণে তেওঁ পিছলৈ

বিদেশত প্ৰশংসা লাভ কৰিছিল। শিৱসাগৰত থাকোঁতেই অসম সাহিত্য সভাৰ লগত সম্পৰ্ক ঘটাৰ পৰা পিছলৈ সভাৰ দুবাৰ প্ৰধান সম্পাদক হোৱা আৰু মঙ্গলদৈ অধিবেশনৰ সভাপতি হোৱালৈ সভাৰ লগত লাভ কৰা অভিজ্ঞতাও তেওঁ লিপিবদ্ধ কৰি থৈ গৈছে। আৰু কেইটামান প্ৰসঙ্গৰ উল্লেখেৰে এই পৰিচয়মূলক ৰচনাখন সামৰিব খুজিছোঁ। 'শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ কাল' সম্বন্ধে গৱেষণা-পত্ৰ প্ৰস্তুত কৰি নেওগদেৱে ডক্টৰেট উপাধি লাভ কৰাৰ কথা সকলোৱে জানে। অসমৰ ঐতিহ্যবাহী লোক-সংস্কৃতি তথা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ প্ৰৱৰ্তিত ধৰ্ম-সংস্কৃতি-সাহিত্যৰ ক্ষেত্ৰত তেওঁ যেতিয়া ক'ত ক'ত কি কি কৰি আহিছিল তাৰো উল্লেখ আত্মজীৱনীৰ ঠায়ে ঠায়ে কৰি গৈছে। মহাপুৰুষজনা সম্বন্ধে (লগতে অসমীয়া সাহিত্যৰ ইতিহাস সম্বন্ধেও) ইংৰাজী আৰু অসমীয়াত অসমত তথা বাহিৰত প্ৰবন্ধ প্ৰকাশ কৰা, 'ভক্তিপ্ৰদীপ', বৰগীত, 'শ্ৰীশঙ্কৰদেৱ', 'কীৰ্ত্তনঘোষা আৰু নামঘোষা' (সম্পাদক) আদি ৰচনা আজি প্ৰামান্য গ্ৰন্থ হৈ ৰৈ গৈছে। উল্লেখ কৰি যাব পাৰি যে এইবিলাক বিষয় লৈ কেতিয়াবা তেওঁৰ গুৰু ডঃ কাকতিৰ লেখীয়াকৈ কিছু কিছু বাদানুবাদতো লিপ্ত হ'ব লগাত পৰিছিল। এইবিলাকৰ চৰ্চা আৰু তত্ত্বপক্ষে কৰা অনুসন্ধান-অধ্যয়নৰ ফল স্বৰূপেই কিজানি তেওঁ পিছলৈ সত্ৰীয়া সংগীত কলাৰো এগৰাকী প্ৰবক্তা হৈ উঠিছিল। নিজে গায়ক কিম্বা নৃত্যকৰ নোহোৱা সত্বেও (এইবিলাক শিকিবলৈ নহ'ল বুলি তেওঁ কৈ গৈছে) বিশিষ্ট অসমীয়া এই সংস্কৃতি-ৰূপক অসমৰ বাহিৰত ব্যাখ্যা তথা প্ৰচাৰ কৰিবলৈ তেওঁ দলবল লৈ একাধিক বাৰ গৈছিল। 'সংগীত সত্ৰ গুৱাহাটী' নামে বিদ্যালয়ৰ গুৰি ধৰিও ডঃ নেওগে বৰগীতৰ সংগ্ৰহ আৰু গৱেষণা কাৰ্যৰো গুৰি ধৰিছিল। কেশৱ চাংকাকতিৰ লেখীয়া প্ৰশিক্ষিত তাল-বিশাৰদৰ সহযোগত, বীৰেন্দ্ৰকুমাৰ ফুকন, ৰোমেশ্বৰ শইকীয়া বৰবায়ন, ডঃ বীৰেন্দ্ৰ নাথ দত্ত আদিৰ সহায়তো তেওঁ বৰগীতৰ স্বৰৰেখা, সত্ৰীয়া নৃত্যৰ তাল আদি সম্বন্ধে পুথি ৰচনা কৰি থৈ গৈছে। এইবিলাকৰ উপৰি



ক'ত কেতিয়া নানান প্ৰবন্ধ-কবিতা ৰচনা কৰিছিল, সাহিত্য সভা তথা কটন কলেজৰ এ-এছ-এস ক্লাব আদি সংঘৰ জৰিয়তে কৰা নানান সাহিত্যিক কৰ্মৰো বিস্তাৰিত বিৱৰণ আত্মজীৱনী খনত লিপিবদ্ধ কৰি থৈ গৈছে। অকল সাহিত্য বিষয়তে নহয়, অক্লান্ত কৰ্মী নেওগদেৱে ব্যক্তিগত তথা সামাজিক প্ৰায় সকলো উল্লেখযোগ্য কামৰে তথ্য-পাতি লিপিবদ্ধ কৰি থৈ গৈছে। সত্যপ্ৰসাদ বৰুৱা, নৱেন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে অন্তৰঙ্গ বন্ধুসকলৰ চিঠি-পত্ৰৰ উল্লেখ আৰু উদ্ধৃতিৰেও বৰ্ণনা ৰসাল কৰিছে। বেণুধৰ শৰ্মা, যতীন্দ্ৰনাথ দুৱৰা আদিৰ পৰা পোৱা চিঠিবিলাকৰ ঐতিহাসিক মূল্য বিদ্যমান। বোধহয় নিঃসন্দেহে কব পাৰি যে ডঃ নেওগ মানুহজন যেনে কৰ্মবীৰ, কষ্টসহিষ্ণু আছিল, তেনে অত্যন্ত পৰিপাটিও আছিল — নহ লে প্ৰতি প্ৰসঙ্গতে তেওঁ উৰ্দ্ধৃত কৰা কাকত-পত্ৰৰ উল্লেখ আমি দেখিবলৈ নাপালোহেঁতেন।

তেওঁৰ পূব ইউৰোপ ভ্ৰমণ আন এটা বিশেষ উল্লেখযোগ্য ঘটনা। অসমীয়া ভাষা-সংস্কৃতিৰ এনে এগৰাকী পণ্ডিত-প্ৰবক্তাক ইয়াতকৈও বহু বেছি বাৰ বাহিৰলৈ ভ্ৰমণ কৰিবলৈ নিদিয়াটো দুৰ্ভাগ্যজনক। ৰাজনৈতিক বা অন্যান্য কাৰণত তেওঁতকৈ বহুত কম গুৰুত্ব থকা লোকক বাহিৰলৈ পঠিয়াই মূল্যবান বিদেশী মুদ্ৰাৰ অপচয় কৰা হৈ আহিছে। ১৯৭০ চনত ভাৰত চৰকাৰৰ সাংস্কৃতিক বিনিময় আঁচনি অনুসাৰে তেওঁক পূব ইউৰোপৰ হাঙ্গেৰী, পূব জাৰ্মানী আৰু ৰোমানিয়া ভ্ৰমণলৈ পঠোৱা হৈছিল। এই সুবৰ্ণ সুযোগ পাই যে ডঃ নেওগ আৰু তেওঁৰ ছাত্ৰ-ছাত্ৰীসকল উৎফুল্লিত হৈ উঠিছিল এই কথা তেওঁ বৰ্ণনা কৰি থৈ গৈছে। এই তিনিওখন দেশ তেতিয়া ছোভিয়েট প্ৰভাৱিত কমিউনিষ্ট ব্লকৰ অধীনত আছিল। কিন্তু দেশ কিখনৰ সাধাৰণ পথ প্ৰদৰ্শকৰ পৰা একোটা বিভাগৰ গুণী জ্ঞানী মূৰব্বীলৈকে সকলোৰে কৰ্তব্য আৰু সময়-নিষ্ঠা তথা প্ৰাণোচ্ছল প্ৰৱণতাই ভ্ৰমণকাৰীক মুগ্ধ কৰিছিল। এইবিলাক বিৱৰণ পাঠক পাঠিকাই নিজে নপঢ়িলে আমাৰ পক্ষে বুজাই বুজাই দিয়া টান। আমাৰ দেশৰ লগত, বিশেষকৈ

অসমৰ একে পৰিস্থিতিৰ লগত তুলনা কৰি চালে আমাৰ দুখ কৰাৰ বাহিৰে একোকে নেথাকে। বিবিধ খাদ্য, নাচ-গান, সংগ্ৰাহলয়, আলাপ-আলোচনা, পুথি পত্ৰৰ ব্যাপক প্ৰচলন ইত্যাদিৰ বিষয়ে বহু-লাই কব নোৱাৰি আমি ততোধিক দুঃখিত। ড্ৰেছডেনৰ (পুব ইউৰোপ) পুথি প্ৰকাশক প্ৰতিষ্ঠান এটাই মাত্ৰ ১৯৫২ চনৰ পৰা কাম আৰম্ভ কৰিয়েই তেতিয়ালৈকে ১৭৬ টা পুৰস্কাৰ পাইছিল ; কলাবস্তুৰ মুদ্ৰন-ততো বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছেই ! সেই দেশতে ডঃ নেওগৰ পানী লাগি মাতটো ভাগিছিল ; এটা পলিক্লিনিকৰ দুগৰাকী মহিলা ডাক্তৰে দিয়া ঔষধ তিনি বাকচ সেৱন কৰিবলৈ লৈয়েই তেওঁৰ মাত ওলাবলৈ ধৰিলেই এনে ঔষধ আমাৰ ইয়াত ক'ত ? ভেৰ্লাগ প্ৰকা-শন প্ৰতিষ্ঠানে শিশুৰ উপযোগী পুথি একোখনৰ ১০ হাজাৰ কপিলৈকে প্ৰকাশ কৰে। এনেকুৱা উদাহৰণেৰে তেওঁ আমাক অবাক কৰি থৈ গৈছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৱসৰ লৈয়েই ডঃ নেওগে পঞ্জাবৰ পটিয়ালাৰ (পাতিয়ালা বুলি লিখোঁ) পঞ্জাবী বিশ্ববিদ্যালয়ত ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীৰ যত্নত প্ৰতিষ্ঠাপিত ছেইণ্ট শঙ্কৰদেৱ আসন খনৰ কামত নিযুক্ত হৈ যায়। পঞ্চনদৰ সৈতে ব্ৰহ্মপুত্ৰ নদৰ সম্পৰ্ক শিখ গুৰুসকলৰ দিনৰে পৰা আৰম্ভ হৈছিল। তাক পুনৰ স্থাপন কৰি নতুনকৈ কটকটীয়া কৰিবৰ নিমিত্তেই এই আসনৰ প্ৰতিষ্ঠা। বিনিময়ত জালুক-বাৰীত গুৰু নানকদেৱৰ আসন প্ৰতিষ্ঠাৰ কথা। সেইবিলাকৰ অৱস্থা পিছলৈ যিয়েই নহওক, ডঃ নেওগে যে পটিয়ালালৈ গৈ তাত কাম কৰি তাৰ পণ্ডিত তথা প্ৰশাসক সকলৰ পৰা বিশেষ উৎসাহ আৰু সহ-যোগিতা লাভ কৰিছিল এই কথা আমি পঢ়িবলৈ পাই বিস্মিত হওঁ— এই বাবেই যে এনে জধলা পকীঘৰ সাজি আমি বিশ্ববিদ্যালয় স্থাপন কৰিছোঁ যে কেতিয়াকৈনো তেনে লোক অসমৰ পৰা উলিয়াব পাৰিম ? আমি এদল ভ্ৰমণকাৰীয়ে নিজেও পঞ্জাবী বিশ্ববিদ্যালয়লৈ এবাৰ গৈ তাৰ এটা ভাল আভাস পাই আহিছিলোঁ। পঞ্জাবী পণ্ডিত গৱেষক সকলৰ গুণাৱলীৰ কথা পঢ়িলে ডঃ নেওগে পুব ইউৰোপৰ পণ্ডিত



সমাজত লাভ কৰি অহা অভিজ্ঞতালৈ আমাৰ মন উৰি যায়। শঙ্কৰ-দেৱ আসনৰ কাম সামৰি অসমলৈ ঘূৰি অহাৰ পিছৰ কিছু দিনৰ কথাৰে "জীৱনৰ দীঘ আৰু বাণি" আত্মজীৱনীখনৰ সামৰণি মৰা হৈছে।

আমিও এই পৰিচয়মূলক অধ্যায়ৰ সামৰণি মাৰিবলৈ লৈ জনাওঁ যে ডঃ মহেশ্বৰ নেওগৰ আত্মকথাৰ বক্তব্যখিনি আছিল বিশাল আৰু আমি তাৰ আধাৰো আধাৰ আভাস দাঙি ধৰিব পৰা নাই। মাত্ৰ পণ্ডিত গৰাকীয়ে সুদীৰ্ঘ চাৰি বছৰত যি যি কৰিছিল তাৰে চালে-বেৰে কোবাই তেওঁৰ ব্যক্তিগত কাহিনী, কৰ্মৰাজি, প্ৰতিভা আৰু জাতীয় সংস্কৃতি সেৱাৰ বিষয়ে পাঠকবৰ্গক সামান্য ভাৱে বুজিবলৈ দিবলৈ চেষ্টা কৰিলোঁ। এনেয়ে তেওঁৰ জীৱন আৰু কাৰ্যাৱলী অসমৰ সাম্প্ৰতিক সকলো ৰাইজেই জানে। কিন্তু তথ্য-প্ৰমাণ সহ যে তেওঁ নিজে তাকে লিপিবদ্ধ কৰি থৈ গ'ল, এইটো কথাহে বিশেষ উল্লেখযোগ্য।

# অসমৰ ধৰ্মৰ বুৰঞ্জী

## ডঃ দুৰ্গেশ্বৰ শৰ্মা

"অসমৰ ধৰ্মৰ বুৰঞ্জী আন্ধাৰ আৰু পোহৰ" চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতা মালাৰ এটি বক্তৃতাহে মাত্ৰ। এই বক্তৃতা প্ৰদান কৰিছিল বিশিষ্ট পণ্ডিত মহেশ্বৰ নেওগদেৱে। 'হেৰম্বকান্ত বৰপূজাৰী ন্যাস পৰিষদে' দান কৰা ধনেৰে অসম সাহিত্য সভাই 'চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতা পুঁজি' গঠন কৰে আৰু দাতাৰ ইচ্ছানুসাৰে এই পুঁজিৰ সুদৰ পৰা পোৱা ধনেৰে বুৰঞ্জী আৰু সংস্কৃতিৰ গৱেষণা আৰু গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰে। এই উদ্দেশ্য আগত ৰাখিয়েই 'অসমৰ ধৰ্মৰ বুৰঞ্জী' সম্পৰ্কীয় বক্তৃতাৰ আয়োজন কৰা হয় আৰু ডঃ নেওগে প্ৰদান কৰা বক্তৃতাটি অসম সাহিত্য সভাই ১৯৮৮ চনত প্ৰকাশ কৰে। নিসন্দেহে ই অসম সাহিত্য সভাই কৰা এটি মহৎ কাম।

'অসমৰ ধৰ্মৰ বুৰঞ্জী' দুটি লিখিত বক্তৃতাৰ গ্ৰন্থৰূপ। প্ৰথম বক্তৃতাটিত বৌদ্ধ ধৰ্মৰ পৰা আৰম্ভ কৰি বৈষ্ণৱ ধৰ্মৰ অভ্যুদয়লৈ সামৰি লোৱা হৈছে। দ্বিতীয় বক্তৃতাটিত বৈষ্ণৱ ধৰ্মৰ পৰা আৰম্ভ কৰি ইছলাম ধৰ্ম সমন্বিতে জনজাতীয় ধৰ্মীয় বিশ্বাসৰ কথা আলোচনা কৰা হৈছে।

কামৰূপৰ ধৰ্মৰ বিষয়ে প্ৰাৰম্ভিক আলোচনা কৰি নেওগে কৈছে যে দ্বাদশ শতিকাৰ পৰা পঞ্চদশ-ষোড়শ শতিকালৈ কামৰূপৰ ধৰ্মৰ স্পষ্ট আভাস পাবলৈ টান। এই সময়চোৱাত কাৰূপত তান্ত্ৰিক আচাৰ আৰু বৌদ্ধ ধৰ্মৰ বামাচাৰ প্ৰথা প্ৰচলিত আছিল। 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'তো বামাচাৰৰ বিষয়ে উল্লেখ আছে। বামাচাৰে



পিছত যন্ত্ৰ যান, তন্ত্ৰ যান, কালচক্ৰ যান আৰু সহজ যান ৰূপ লয় আৰু এই আচাৰ সমূহ প্ৰায় সপ্তম শতিকাৰ পৰাই কামৰূপত প্ৰচলিত আছিল বুলি ধাৰণা কৰিব পাৰি। শঙ্কৰদেৱৰ ভক্তিধৰ্ম প্ৰচাৰৰ আগলৈকে আনকি ভক্তি ধৰ্ম প্ৰচাৰৰ সময়টো কামৰূপ বজ্ৰ। যানী সকলৰ লীলাভূমি আছিল বুলি নেওগে সিদ্ধান্ত কৰিছে।

'কালিকা পুৰাণ'ৰ মতে প্ৰাচীন কামৰূপত শৈৱ ধৰ্ম প্ৰচলিত আছিল। নৰকাসুৰৰ অহাৰ আগলৈকে কামৰূপ কিৰাতসকলৰ দখলত আছিল। কিৰাত সকল শিৱভক্ত আছিল আৰু তেওঁলোকে মদ, মাংসৰে শিৱক পূজা কৰিছিল।

নৰকে কিৰাত সকলক দক্ষিণে সাগৰৰ পাৰলৈ খেদি দিছিল আৰু কামৰূপত দেৱী ধৰ্ম অৰ্থাৎ শাক্তধৰ্মৰ প্ৰচাৰ কৰিছিল। অৱশ্যে বৰাহ-বিষ্ণুৰ নিৰ্দেশক্ৰমে তেওঁ শৈৱ ধৰ্মৰো বিৰোধীতা কৰা নাছিল। নৰকাসুৰৰ দিনৰ পৰা শঙ্কৰদেৱৰ সময়লৈ শিৱৰ বামাচাৰ পূজাও প্ৰচলিত আছিল বুলি ভবাৰ যুক্তি আছে। আনহাতে শিৱক দক্ষিণাচাৰ ৰীতিৰেও পূজা কৰাৰ পদ্ধতি কামৰূপত প্ৰচলিত আছিল।

কামৰূপৰ প্ৰাচীন ৰাজবংশ পুষ্যবৰ্মা, শালস্তম্ভ আৰু ব্ৰহ্মপাল বংশই শৈৱধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল। আনকি কোচৰজা নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰাৰ আগেয়ে কৰ্ছাৰী সকলৰ পদ্ধতিৰে হাঁহ, পাৰ, ছাগলী, গাহৰি, কুকুৰা, ম'হ আৰু মদেৰে শিৱৰ পূজা কৰিবলৈ দেৱীৰ স্বপাদেশ পাইছিল। দৰং ৰাজবংশাৱলীত এই কথাৰ উল্লেখ পোৱা যায়।

'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ত শিৱক ভৈৰৱ ৰূপত পূজা কৰাৰ কথাহে পোৱা যায়।

নৰকাসুৰৰ ৰাজত্ব কালৰে পৰা কামৰূপত 'শাক্তধৰ্ম' প্ৰচলিত হবলৈ ধৰে। 'কালিকা পুৰাণ'ত থকা নীতি-নিয়মমতে শাক্ত দেৱীক পূজা-অৰ্চনা কৰা হৈছিল। শাক্ত দেৱীক দুৰ্গা, কালী, উগ্ৰতাৰা, ছিন্নমস্তা ভুবনেশ্বৰী আৰু কামাখ্যা ৰূপেহে পূজা কৰা হৈছিল।

এই ধৰ্মৰ উৎপত্তি সম্পৰ্কে বিভিন্ন পণ্ডিতৰ বিভিন্ন মত পোৱা যায়। এটা পক্ষই কব খোজে বেবিলনীয়, অষ্ট্রিক, আলপাইন, ভোট বা চীনীয় মূলৰ পৰা এই ধৰ্মৰ সৃষ্টি হয়। আন এটা দলে কৈছে 'উমা বা কালী মূলতঃ পাৰ্বত্য উপদেৱী আছিল আৰু পিছৰ কালত তেওঁ বৈদিক ৰুদ্ৰদেৱৰ পত্নীৰূপে প্ৰতিষ্ঠিত হয়। তাৰাদেৱীৰ ভিন্নৰূপ উগ্ৰতাৰা, চীনতাৰা আদিৰ মূলত চীন বা ভোট দেশ আৰু বজ্ৰযান, মন্ত্ৰযান, কালচক্ৰযান আদি অৰ্বাচীন বৌদ্ধ ধৰ্মৰ ৰূপ থকাৰ যথেষ্ট সম্ভাৱনা আছে।''

পণ্ডিত প্ৰবৰ নেওগদেৱে শাক্ত ধৰ্মৰ মূল যিয়েই নহওক লাগে, এই ধৰ্মৰ শক্তিশালী কেন্দ্ৰৰূপে কামৰূপৰ নাম জৰিত হৈ আছে বুলি মত প্ৰকাশ কৰিছে।

'কালিকা পুৰাণ'ত কামাখ্যা, ত্ৰিপুৰা, কামেশ্বৰী, শিৱা আৰু শাৰদা দেৱীৰ পাছটি ৰূপৰ উল্লেখ আছে। নীলাচল পাহাৰত থকা ভৈৰবী মন্দিৰত নৰবলি দিয়াৰ কথা গেইট চাহাবে তেওঁৰ 'অসম বুৰঞ্জী'ত উল্লেখ কৰিছে। আনকি আহোম ৰজাই চুতীয়া ৰাজ্য দখল কৰি তাম্ৰেশ্বৰী মন্দিৰত নৰবলি দিয়াৰ সম্ভেদ পোৱা যায়। ডঃ নেওগে বিভিন্ন যুক্তিৰ আধাৰত এই কথা সত্য নহয় বুলি ক'ব খোজে।

অসমত অতি প্ৰাচীন কালৰে পৰা সাপৰদেৱী মনসা আৰু বসন্ত বেমাৰৰ দেৱী শীতলা দেৱীৰ পূজাৰ ব্যৱস্থা প্ৰচলিত হৈ আছে। এই দুয়ো গৰাকী দেৱীকে শাক্তদেৱী বুলি কোৱাৰ যুক্তি আছে। মানুহৰ ধাৰণা মনসা দেৱীক পূজা কৰিলে অপায়-অমঙ্গলৰ হাত সৰাৰ লগতে ঐশ্বৰ্য-বিভূতিৰ অধিকাৰিত্ব লাভ কৰিব পৰা যায়। মনসা দেৱীক ছাগলী, ম'হ, পাৰ, কুঁহিয়াৰ, কোমোৰা, হাঁহ আদি বলি-বিধান দি অৰ্চনা কৰা হয়। শীতলা দেৱীক ভক্তি ভাৱে পূজা কৰিলে বসন্ত বেমাৰীয়ে আৰোগ্য লাভ কৰে। অসমত এই দেৱীৰ মন্দিৰ নাই। উত্তৰ লক্ষীমপুৰৰ পিছলা নৈৰ পাৰৰ ফুলবাৰীৰ শীতলা আইৰ মন্দিৰ বুলি ধাৰণা কৰা হয়। স্কন্ধ-পুৰাণত শীতলা আইৰ পূজাৰ বিধি-ব্যৱস্থাৰ কথা পোৱা যায়।



ধৰ্ম দেৱতাৰ পূজাও অসমত প্ৰচলিত হৈ আহিছে। ধৰ্ম দেৱ-তাক কোনো কোনোৱে বিষ্ণু আৰু কোনো কোনোৱে শিৱ ৰূপেৰে মান্যতা দিয়া লক্ষ্য কৰা যায়। মনসা পূজাৰ আগে আগে ঘট সজাই ধৰ্ম দেৱতাৰ পূজা কৰা হয়। বাসুদেৱ পূজাৰ প্ৰচলনো অসমত চলি আহিছে। তান্ত্ৰিক বিধান মতেও বাসুদেৱক পূজা কৰাৰ নিয়ম প্ৰচলিত হৈ আছে। কেতবোৰে আকৌ বিষ্ণুক বাসুদেৱ ৰূপে পূজা কৰে। ইয়াৰ বাহিৰেও পঞ্চদেৱতা অৰ্থাৎ শম্ভু, গৌৰী, ব্ৰহ্মা ৰাম, কৃষ্ণ আৰু বাসুদেৱৰ আঠজন যোগী অৰ্থাৎ বলভদ্ৰ, কাম, অনিৰুদ্ধ, নাৰায়ণ, ব্ৰহ্মা, বিষ্ণু, নৰসিংহ আৰু বৰাহৰ পূজাৰো নিয়ম অসমত প্ৰচলিত হৈ আছে। অন্যহাতে 'যোগিনী তন্ত্ৰ'ত দিয়া বিধানমতে হয়গ্ৰীৱ দেৱতাৰ পূজাৰ ব্যৱস্থাৰো উল্লেখ পোৱা যায়। এঠাইত বিষ্ণুৱে জৰাসুৰক বধ কৰি হয়গ্ৰীৱ-বিষ্ণু আৰু আন এঠাইত হয়গ্ৰীৱ অসুৰক বধ কৰাৰ পৰা বিষ্ণু হয়গ্ৰীৱ, বিষ্ণু নামে জনাজাত হৈ পৰাৰ বিৱৰণ পোৱা যায়। প্ৰাচীন কালৰে পৰা কামৰূপত সূৰ্যপূজা আৰু নৱগ্ৰহ পূজাৰো প্ৰচলন হৈ আহিছে!

ইয়াৰ বাহিৰেও তন্ত্ৰ-মন্ত্ৰ আৰু ইন্দ্ৰজাল বিদ্যাৰ বাবেও প্ৰাচীন কামৰূপ অতি বিখ্যাত। ইন্দ্ৰজাল বিদ্যাৰ ওপৰত বৌদ্ধতন্ত্ৰ আৰু শাক্ততন্ত্ৰৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এই সকলো বিদ্যাকে প্ৰাচীন কামৰূপক ইন্দ্ৰজালিক আৱৰণে আচ্ছন্ন কৰি ৰাখিছিল বুলি ডঃ নেওগে এটি বিশ্বাসযোগ্য সিদ্ধান্তলৈ আহিছে।

গ্ৰন্থত সন্নিবিষ্ট দ্বিতীয় বক্তৃতাটিত ডঃ নেওগে বৈষ্ণৱ ধৰ্ম আৰু জনজাতি সকলৰ ধৰ্মীয় আচাৰ-অনুষ্ঠানৰ বিষয়ে বিস্তৃতভাৱে আলো-চনা কৰিছে। পঞ্চদশ-ষোড়শ শতিকাৰ অসমৰ ধৰ্মৰ জগতত এটি নতুন আন্দোলনৰ সূচনা হয়। এই আন্দোলন ভক্তি আন্দোলন অথবা বৈষ্ণৱ আন্দোলন নামে পৰিচিত। এই আন্দোলনৰ নেতৃত্ব দান কৰিছিল মহাপুৰুষ শঙ্কৰদেৱে আৰু তেওঁক সহায় কৰিছিল মহাপুৰুষ মাধৱদেৱ আৰু দামোদৰদেৱে। অৱশ্যে শঙ্কৰদেৱৰ তিৰোধানৰ পিছত দামোদৰ

দৰদেৱ এই আন্দোলনৰ পৰা আতৰি যায় আৰু এটি নতুন পন্থৰ জন্ম দিয়ে।

প্ৰথম বাৰ তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি আহি শঙ্কৰদেৱে বৰদোৱাত 'দেৱগৃহ' প্ৰতিষ্ঠা কৰি হৰি কথা চৰ্চা কৰিবলৈ ধৰে। তেওঁ ভাগৱতৰ সংসঙ্গ, সহস্ৰ নাম বৃতান্তৰ পৰা নাম আৰু গীতাৰ একশৰণ ধৰ্ম গ্ৰহণ কৰি নব্য-বৈষ্ণৱ ধৰ্ম জন সমাজত প্ৰচাৰ কৰিবলৈ ধৰিলে। এই ধৰ্মৰ মূল দেৱতা কৃষ্ণ। বৈষ্ণৱসকলে নাৰায়ণ, বিষ্ণু, ৰাম আৰু কৃষ্ণৰ মাজত পাৰ্থক্য ৰখা নাই। বৈষ্ণৱ সকল নিৰ্গুন কৃষ্ণৰ উপাসক। তেওঁলোকে মূৰ্তি পূজা আৰু বাহ্যিক ক্ৰিয়া কাণ্ডৰ বিপৰীতে আন্তৰিক শুদ্ধতা আৰু একান্ত ভক্তিৰ ওপৰত প্ৰাধান্য দান কৰিছে। অব্যক্ত ঈশ্বৰৰ সান্নিধ্য লাভৰ বাবে বৈষ্ণৱসকলে ন বিধ ভক্তিৰ ওপৰত গুৰুত্ব দিছে। সেই ন বিধ ভক্তি হ'ল - শ্ৰৱণ কীৰ্তন, স্মৰণ, অৰ্চন, বন্দন, পাদসেৱন, দাস্য, সখিত্ব আৰু আত্মনিবেদন, বৈষ্ণৱ ধৰ্মৰ সকলো নীতি-নিৰ্দেশনা চাৰিখন মূল গ্ৰন্থত লিপিবদ্ধ কৰা আছে। গ্ৰন্থ কেইখন হ'ল— দশম, কীৰ্তন, ঘোষা আৰু ৰত্নাৱলী। প্ৰথম দুখন মহাপুৰুষ শঙ্কৰদেৱে আৰু দ্বিতীয় দুখন মহাপুৰুষ মাধৱদেৱে ৰচনা কৰিছে। বৈষ্ণৱসকলে ধৰ্মৰ চাৰি খুটি অৰ্থাৎ নাম, দেৱ, গুৰু, ভকতৰ ওপৰত অতল বিশ্বাস স্থাপন কৰি ভক্তৰ জীৱন কৃতাৰ্থ কৰাৰ লগতে ভক্তি তত্ত্বৰো মহত্ব বৃদ্ধি কৰিব লাগে।

শঙ্কৰদেৱে এটি নিজস্ব দৰ্শন প্ৰতিষ্ঠা কৰা নাই। তেওঁ শ্ৰীধৰ স্বামীৰ 'ভাগৱত ভাৱাৰ্থ দীপিকা'ত প্ৰতিফলিত অদ্বৈতবাদ দৰ্শনকে নিজৰ ধৰ্মৰ দৰ্শন হিচাপে গ্ৰহণ কৰিছে আৰু এই অদ্বৈতবাদী দৰ্শন তেওঁ অনূদিত ভাগৱতৰ পদে পদে বিৰাজমান। গতিকে ভাগৱতত প্ৰদৰ্শিত অদ্বৈতবাদকে শঙ্কৰদেৱে তেওঁৰ ধৰ্মৰ মূল দৰ্শন হিছাপে গ্ৰহণ কৰিছে। শ্ৰীচৈতন্যদেৱৰ মতে শ্ৰীধৰ স্বামীৰ টীকা অবিহনে ভাগৱতৰ ব্যাখ্যা ব্যভিচাৰিণী বুলি গন্য কৰিব লাগে।

মহাপুৰুষ শঙ্কৰদেৱে অকল ধৰ্মৰ ক্ষেত্ৰতে নহয়, অসমীয়া সাহিত্যৰ



ক্ষেত্ৰতো এটি নৱ জাগৰণৰ সূচনা কৰিছিল। অঙ্কীয়া নাট, বৰগীত, বিবিধ কাব্য আৰু ধৰ্ম গ্ৰন্থ ৰচনা কৰি তেওঁ অসমীয়া সাহিত্যৰ সমৃদ্ধি সাধন কৰিছিল। তেওঁ অঙ্কীয়া নাটৰ অভিনয় কৰিও লোক সংগ্ৰহত গুৰুত্ব দিছিল। তেওঁৰ সাহিত্য তেওঁৰ ধৰ্ম প্ৰচাৰৰ এক বিশ্বাসযোগ্য মাধ্যম হৈ পৰিছিল।

এই নতুন ধৰ্মই সমাজৰ ৰূপ সলনি কৰাটো বৰগুণি যোগাইছিল। তেওঁ আছিল জাতি বৈষম্য আৰু সামাজিক ব্যাধি অস্পৃশ্যতাৰ বিৰোধী। মানুহক মানুহ হিছাপে মৰ্যাদা দিয়াৰ তেওঁ পক্ষপাতী আছিল আৰু বিভিন্ন সম্প্ৰদায়ৰ লোকক বৈষ্ণৱ ধৰ্মৰ 'আতা' পাতি সমাজত এক নতুন আদৰ্শ দাঙি ধৰিছিল।

নৱ-বৈষ্ণৱ ধৰ্মই অসমৰ ধৰ্মৰ জগতত এটি নতুনত্ব আনিলেও পূৰ্বৰ শৈৱ আৰু শাক্ত ধৰ্ম জনসাধাৰণে একেবাৰে পৰিত্যাগ কৰা নাছিল। বৰং বৈষ্ণৱ ধৰ্মৰ সমান্তৰাল ভাৱে তদানিন্তন ৰাজন্যবৰ্গৰ পৃষ্ঠপোষকতাত শৈৱ আৰু শাক্তধৰ্ম পুৰ্ণগতিত চলি আছিল। বৈষ্ণৱ ধৰ্ম আৰু শৈৱ-শাক্ত পন্থীসকলৰ মাজত ধৰ্মৰ নামত বিদ্বেষ ভাবেও যে স্থান পোৱা নাছিল এনে নহয়।

ডঃ নেওগে তদানিন্তন অসমৰ ইছলাম ধৰ্ম আৰু জনজাতীয় ধৰ্মীয় বিশ্বাসৰো আভাস দিবলৈ যত্ন কৰিছে।

বিশিষ্ট শিক্ষাবিদ নেওগে ৰচনা কৰা 'অসমৰ ধৰ্মৰ বুৰঞ্জী : আন্ধাৰ আৰু পোহৰ' গ্ৰন্থখনি চমু হ'লেও মহাপুৰুষ শঙ্কৰদেৱে হাতী মাৰি ভুৰুকাত ভৰোৱাৰ দৰে নেওগে প্ৰাগ্-ঐতিহাসিক যুগৰে পৰা বৰ্তমান সময়লৈ অসমত প্ৰচলিত ধৰ্মৰ চমু ইতিহাস তাৰ দাৰ্শনিক সিদ্ধান্ত আৰু বিভিন্ন সময়ত ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰাৰ কথা বিশ্বাসযোগ্য ভাৱে উত্থাপন কৰিছে। তেওঁৰ আলোচনা প্ৰামাণিক কৰিবলৈ বিভিন্ন পণ্ডিতে অসমৰ ধৰ্ম সম্পৰ্কে কোৱা কথাৰো উদ্ধৃতি দিছে। গ্ৰন্থ খনি লিখোতে গৱেষণাৰ পদ্ধতিৰ আধাৰত লিখা হৈছে আৰু ফল স্বৰূপে বিষয় বস্তু প্ৰকাশৰ ক্ষেত্ৰত এক পৰিপাট্য লক্ষ্য কৰা যায়।

প্ৰয়োজনীয় ক্ষেত্ৰত পাদটীকা, বিভিন্ন ভাষ্য সংযোগ কৰি বক্তব্য বিষয়ক প্ৰামাণিক কৰিবলৈ যত্ন কৰা হৈছে। অস্পষ্ট কথাৰ পাদটীকাত চমু ব্যাখ্যা প্ৰদান কৰি আলোচ্য বিষয় অধিক স্পষ্ট কৰিবলৈ যত্ন কৰা হৈছে। কোনো এটা যুগৰ ধৰ্মীয় বিশ্বাস প্ৰমাণ কৰিবলৈ তদানিন্তন কালৰ ভাস্কৰ্য, শিল্প, শিলালিপি, তাম্ৰলিপিৰ উল্লেখ কৰা হৈছে আৰু তাৰ যোগেৰে প্ৰতিপাদ্য বিষয় অধিক আকৰ্ষণীয় কৰাৰ লগতে সৌন্দৰ্য বৃদ্ধি কৰা হৈছে। বুৰঞ্জীৰ বাণী সমূহ প্ৰয়োজনীয় ক্ষেত্ৰত ব্যৱহাৰ কৰি বুৰঞ্জীৰ আধাৰতো আলোচ্য বিষয় প্ৰামাণিক কৰিবলৈ চেষ্টা কৰা দেখা যায়। গ্ৰন্থৰ শেষত গ্ৰন্থপঞ্জী ব্যৱহাৰ কৰি গৱেষণা পদ্ধতিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা হৈছে। গোটেই গ্ৰন্থ খনিৰ পাতে প্ৰাতে নেওগৰ গভীৰ অধ্যয়ন, একনিষ্ঠ সাধনা, কঠোৰ পৰিশ্ৰম ক্ষমতা, অপূৰ্ব বিশ্লেষণ দক্ষতাৰ স্বাক্ষৰ বিৰাজমান। অসমত ধৰ্ম সম্পৰ্কে জানিবলৈ ই এখনি নিৰ্ভৰযোগ্য গ্ৰন্থ বুলি নিসন্দেহে চিহ্নিত কৰিব পাৰি।

●

# ডঃ নেওগৰ কীৰ্তিস্তম্ভ : 'শঙ্কৰদেৱ এণ্ড হিজ্ টাইম্ছ্'

**গুৰুপ্ৰসাদ চলিহা**

অসমৰ বৈষ্ণৱ সংস্কৃতিৰ বিষয়ে নিৰন্তৰ চিন্তা-চৰ্চা কৰা লোক-সকলৰ ভিতৰত ডঃ মহেশ্বৰ নেওগৰ নাম শীৰ্ষস্থানত। তেওঁৰ সাৰস্বত সাধনাই অসমৰ ভাষা, সাহিত্য, সঙ্গীত, নৃত্য, চিত্ৰকলা, ধৰ্ম, দৰ্শন, বুৰঞ্জী, স্থাপত্য, ভাস্কৰ্য আদি বিভিন্ন দিশ সামৰি ল'লেও অসমৰ বৈষ্ণৱ ধৰ্ম আৰু সাহিত্য-কলা-সংস্কৃতিৰ চৰ্চাই তেওঁৰ অধ্যয়ন-গৱেষণাৰ মুখ্য বিষয় আছিল বুলিব পাৰি আৰু এই ক্ষেত্ৰত এতিয়ালৈকে তেওঁৰ অৱদানেই হ'ব সৰ্বাধিক। বৈষ্ণৱ সাহিত্য, সঙ্গীত, নৃত্য, অভিনয়ৰ বৈজ্ঞানিক বিচাৰ-বিশ্লেষণৰ কামত তেওঁ সুদীৰ্ঘ কাল আত্মনিয়োগ কৰিছিল আৰু সৰ্বভাৰতীয় পৰ্যায়ত ইবোৰৰ পৰিচয় আৰু প্ৰতিষ্ঠা দিয়াত তেওঁ সৰ্বপ্ৰকাৰে চেষ্টা কৰিছিল। 'কীৰ্তনঘোষা আৰু নামঘোষা', 'গুৰু চৰিত কথা' আদি বহুসংখ্যক প্ৰাচীন বৈষ্ণৱ গ্ৰন্থ আৰু চৰিত পুথিৰ বিজ্ঞানসম্মতভাৱে কৰা সম্পাদনা, 'পৱিত্ৰ অসম'ৰ লেখীয়া গুৰুত্বপূৰ্ণ গ্ৰন্থৰ সংকলন-সম্পাদনা, শঙ্কৰদেৱ-মাধৱদেৱ আদি বৈষ্ণৱ ধৰ্ম গুৰুসকলৰ জীৱনী প্ৰণয়ন, শঙ্কৰদেৱৰ 'ভক্তি ৰত্নাকৰ' গ্ৰন্থৰ ইংৰাজী অনুবাদ আৰু সম্পাদনা, 'স্বৰৰেখাত বৰগীত', "Rhythm in the Vashnava Music of Assam', 'Sattriya Dances and Their Rhythms' আদি বিশিষ্ট গৱেষণা-গ্ৰন্থৰ প্ৰণয়ন আৰু অলেখ ইংৰাজী-অসমীয়া প্ৰবন্ধই এইবোৰ ক্ষেত্ৰত তেওঁৰ গভীৰ অধ্যয়ন আৰু প্ৰণালীবদ্ধ বিচাৰ-বিশ্লেষণৰ পৰিচয়ৰ দাঙি ধৰে।

এই সকলোবোৰ ৰচনাৰ ভিতৰত তেওঁৰ 'Sankaradeva and His Times' শীৰ্ষক ইংৰাজী গৱেষণা-গ্ৰন্থখনেই তেওঁৰ কীৰ্তিস্তম্ভ (magnum opus) বুলিব পাৰি। এই গ্ৰন্থৰ বাবেই তেওঁ ১৯৫৫

চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা D. Phil উপাধি লাভ কৰিছিল।
গ্ৰন্থখন গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৬৫ চনত প্ৰকাশ কৰে। গ্ৰন্থখনৰ
এটা sub-title আছিল ঃ 'Early History of the Vaishnava
Faith and Movement in Assam.' গ্ৰন্থখনৰ দ্বিতীয় তাঙৰণ
দিল্লীৰ মতিলাল বাণাৰসী দাস নামৰ প্ৰকাশন প্ৰতিষ্ঠানটোৱে ১৯৮৭
চনত প্ৰকাশ কৰে। দ্বিতীয় তাঙৰণত গ্ৰন্থখনৰ sub-titleটো নাম
হৈ প্ৰকাশ হৈছে এনেদৰে ঃ 'Early History of the Vaishnava
Faith and Movement in Assam : Sankaradeva and
His Times'.

উল্লেখযোগ্য যে ডঃ নেওগে ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ
অসমীয়া বিভাগত অধ্যাপক হিচাপে যোগদান কৰাৰ আগৰে পৰা
বৈষ্ণৱ সাহিত্যৰ চৰ্চাত মনোনিবেশ কৰিছিল। ১৯৪৫ চনত তেওঁ শঙ্কৰদেৱৰ
'ভক্তি প্ৰদীপ' গ্ৰন্থখন শ্বেইক্সপীয়েৰৰ নাটকবোৰৰ ভেৰিটি আদিৰ সম্পা-
দনাৰ অৰ্হিত আধুনিক ধৰণে সম্পাদনা কৰি প্ৰকাশ কৰে। তেতিয়াই
তেওঁ দুজনা মহাপুৰুষৰ দুখনি প্ৰধান গ্ৰন্থ 'কীৰ্তনঘোষা' আৰু নাম-
ঘোষা' আধুনিক বিজ্ঞানসম্মত পদ্ধতিৰে সম্পাদনা কৰাৰ কাম হাতত
লয়। লগে লগে বৰগীত আৰু অঙ্কীয়া নাটৰ পাঠো ঘাটিবলৈ যত্ন
কৰে। সেই সময়তে ৰঘুনাথ চৌধাৰীৰ 'সুৰভি'ত প্ৰকাশিত তেওঁৰ
বিখ্যাত 'বাৰকুৰি বৰগীত' প্ৰবন্ধই বিদ্বৎ সমাজত বেচ সমাদৰ লাভ
কৰে। ১৯৪৮ চনত নেওগৰ নতুন ধৰণৰ সমীক্ষাশীল জীৱনী 'শ্ৰীশ্ৰী-
শঙ্কৰদেৱ' গ্ৰন্থ প্ৰকাশ পায়। এইদৰে এই সময়তে ডঃ নেওগ বৈষ্ণৱ
সাহিত্যৰ চৰ্চাত গভীৰভাৱে সোমাই পৰে। ১৯৫১ চনত নেওগে তেওঁৰ
গৱেষণা-গ্ৰন্থ 'Sankaradeva and His Times'-ৰ ৰচনাৰ কাম
আৰম্ভ কৰে আৰু ১৯৫৪ চনৰ মাৰ্চ মাহত ডক্টৰেট ডিগ্ৰীৰ কাৰণে
গুৱাহাটী বিশ্ববিদ্যালয়ত তেওঁৰ থেছিছ দাখিল কৰে।

ডঃ নেওগৰ গৱেষণা-গ্ৰন্থৰ প্ৰস্তুতি-পৰ্ব আৰু তাৰ পৰিণতিৰ
চমু কাহিনী নেওগৰ ভাষাৰেই দিব পাৰি : '১৯৫৯ ফেব্ৰুৱাৰীত এদিনা-
খন কাকতি ছাৰে নিৰলে সুধিলে, 'হেৰা মহেশ্বৰ, তুমি কি কৰিছা?'



আৰু পঢ়া-শুনা নকৰানেকি? ছাৰৰ কথা শুনি মোৰ পুৰণি বায়ুটি
উক দি উঠিল ; ক'লো, 'হয় ছাৰ, ইংৰাজীৰ এম্.এ.টো দিব লাগে।'
আৰু এটা এম.এ. ডিগ্ৰী লৈ কি লাভ? বিশ্ববিদ্যালয়ত তুমিতো
ইংৰাজী বিষয় লৈ যাব নালাগে। অসমীয়াতে দেশৰ কাম কৰা।
মই কৈছো, তুমি ডক্টৰেট ডিগ্ৰীৰ বাবে কাম কৰিব লাগে।' 'ছাৰ,
আপুনি যদি মোৰ guide হয়, তেতিয়া হ'লে পৰম ভাগ্যই?'
'সেইটো হ'ব দিয়াচোন। বিষয় এটা পোনতে ঠিক কৰাঁ।' মইতো
বহু দিন শঙ্কৰদেৱকে গাই-বাই থাকিলো। ছাৰক ক'লো, 'শঙ্কৰ-
দেৱৰ বিষয়েই গৱেষণা কৰিবলৈ হেপাহ এটা আছে, ছাৰ।' সেই
বিষয়ে মই নিজে কিবা এটা কৰাৰ কথা মনে মনে ভাবোঁ। তোমাক
মই আন এটা বিষয়হে দিওঁ। তুমি আমাৰ পুৰণি সাহিত্যৰ আধা-
ৰত মধ্যযুগৰ বুৰঞ্জী এখন লেখাঁ।' ধাৰণাটো ভাল লাগিল। ছাৰে
বিষয়টোৰ ৰূপৰেখাৰ প্ৰস্তুত কৰিবলৈ ক'লে। এমাহমান লাগি
আঁচনি এখন তৈয়াৰ কৰিলো। ১৪ ছেপ্টেম্বৰত ছাৰক দেখুৱালো।
ভাল বুলিলে। লগতে ক'লে, 'তুমি বিৰিঞ্চিক দেখুওৱাঁচোন, তেওঁ
কি কয়।' মই ক্লাছৰ পাছত ডক্টৰ বৰুৱাৰ ঘৰলৈ গ'লো। তেওঁ
কৈ উঠিল, 'নাই নাই, তুমি এইটো বিষয় ল'ব নালাগে। মোৰ
Cultural Historyৰ দ্বিতীয় খণ্ড হিচাপে এই যুগটো ঠিক-ঠাক
কৰি লৈছো।' ছাৰৰ ঘৰ পালোগৈ। ছাৰে ক'লে 'বিৰিঞ্চিয়েতো
মাটি ডোখৰত এতিয়াও নাঙল লগোৱা নাই চাগৈ। তেওঁ বুলি আমাৰ
খেতিয়কৰ দৰে তেওঁ তাক বেৰি-কুৰি থৈছে যেতিয়া তুমি আৰু
সেই খেতৰ কথা এৰাঁ। এতিয়া তুমি আগেয়ে কোৱা বিষয়লৈকে,
মোৰখন পথাৰলৈকে আহা। মই ছাৰৰ pasture লৈকে মূৰ ঘুৰালো।
শঙ্কৰদেৱ আৰু শঙ্কৰদেৱৰ যুগৰ সাংস্কৃতিক ইতিহাস বিষয়টো থিৰাং
কৰি কামৰ আঁচনি কৰা, কিতাপ আৰু সাঁচিপতীয়া পুথি গোটোৱা,
মৌখিক সমল চাই-লুৰি অনা, গৱেষণাৰ methodology শিকা
আদি কামত লাগি গ'লো। ২৭ জুলাই ১৯৫১ তাৰিখে ডি. ফিলৰ

ছাত্ৰৰূপে পঞ্জীয়নভুক্ত হোৱাৰ অৰ্থে দৰ্খাস্ত কৰিলো। গুৱাহাটী বিশ্ববিদ্যালয়ত সেইখন তেনে প্ৰথম দৰ্খাস্ত। ইম্পিৰিয়েল (নেশ্যনেল) লাইব্ৰেৰী, ভাণ্ডাৰকাৰ ওৰিয়েণ্টেল ইনষ্টিটিউট আদিৰ পৰাও কিতাপ আনি কাম আৰম্ভ কৰিলো। মহাপুৰুষৰ ৰচনাৱলী আৰু আৰম্ভ কৰিলো। মহাপুৰুষৰ ৰচনাৱলী আৰু নৃত্য-নাট্যৰ কৌশলৰ বিষয়ে অধ্যায় দুটাৰ খচৰা প্ৰস্তুত হ'লত ছাৰক ক'লো। মই কেনেভাৱে বিষয়বস্তুৰ অধ্যয়ন কৰিছো ছাৰে সোধাত তাৰ কথাও ক'লো। পিছদিনা ছাৰে ডক্টৰ বৰুৱাক ক'লে, 'হেৰা, মহেশ্বৰৰ কাম বৰ ভাল হৈছেহে; তেওঁ between the lines সকলো পঢ়ি কথাবোৰ লেখিছে। মইহে পঢ়ি চাব পৰা নাই।' কিন্তু ছাৰৰ শৰীৰত বেয়াকৈ ঘুণে ধৰিলে। ছাৰে আৰু পঢ়ি চাব নোৱাৰিলেই; ময়ো ছাৰৰ পথ নিৰ্দেশৰ সুবিধা সেই স্তৰত পাব নোৱাৰিলো। ছাৰৰ মৃত্যুৰ তিনি দিন পিছতহে (১৮.১১.৫২.) কিন্তু পূৰ্বৰ ২৭.৭.৫১ তাৰিখৰ পৰাই বলৱৎ কৰি, কৰ্তৃপক্ষই মোক প্ৰথম ডি. ফিল. ছাত্ৰৰূপে ৰেজিষ্টাৰ কৰিলে ডক্টৰ বৰুৱাক গাইড্ কৰি। ১৯ মাৰ্চ ১৯৫৪ তাৰিখে দৌল-পূৰ্ণিমাৰ দিনা থিছিছৰ তিনি কপি বান্ধি-কুন্ধি লৈ পাছ দিনা অফিচত দাখিল কৰিলো। পৰীক্ষক হ'ল তিনি কুমাৰ, ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়, ডক্টৰ সুশীলকুমাৰ দে আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা। কিন্তু এবছৰৰো অধিক পাছত ২৪ জুন ১৯৫৫তহে কলিকতাৰ সংস্কৃত কলেজত মৌখিক (viva voice) পৰীক্ষা দিলোগৈ আৰু ৩০ জুলাই ১৯৫৫ তহে কাৰ্য-পৰিষদে মোক ডক্টৰ ঘোষণা কৰিলে।" (জীৱনৰ দীঘ আৰু বাণি, পৃঃ ৩৭৯-৮০)।

ডঃ নেওগৰ গৱেষণা-গ্ৰন্থখনে শঙ্কৰদেৱৰ জীৱন আৰু অৱদানৰ প্ৰায় সকলো কথা সামৰি লোৱাৰ উপৰি গ্ৰন্থখনত শঙ্কৰদেৱ-অধ্যয়নৰ পটভূমিস্বৰূপ শঙ্কৰদেৱকালীন কামৰূপ-অসমৰ ঐতিহাসিক, ভৌগোলিক, সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক ইত্যাদি জ্ঞাতব্য বিভিন্ন বিষয়ৰ এক সামগ্ৰিক অধ্যয়ন দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। ১৯৬৫ চনত



গ্ৰন্থখন প্ৰকাশ হৈ ওলোৱাত সেইখন পঢ়ি ভাৰতৰ ৰাষ্ট্ৰীয় অধ্যাপক ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে অভিভূত হৈ লিখিছিল: I am filled with admiration at the comprehensiveness of this study by Professor Neog. Herein, in one compact volume we have almost all that we should know about the Hindu culture of Assam as it expressed itself thorough Vaishnavism and the Ekasarania faith, which may be described as Assam's expression of the medieval pan-India Bhakti movement. Dr. Neog has not missed in his book anything which is a propose to the study of Sankaradeva. In a way this book can be described as encyclopaedic for the subject. Looking through this book I would say that it is undoubtedly one of the great books which have come out from Assam and it has opened up to us a new horizon in medieval Hindu religion and culture."

এই গ্ৰন্থখন প্ৰস্তুত কৰোঁতে অধ্যাপক নেওগে প্ৰয়োজনীয় সকলো তথ্য আহৰণ কৰিবলৈ যত্ন কৰিছিল আৰু তাৰ বাবে হাড়ভঙা পৰিশ্ৰম কৰিছিল। এই অধ্যয়নৰ মাজেদি তেওঁৰ নিষ্ঠা, আলোচ্য বিষয়ৰ তলীলৈকে ভেদিব পৰা সূক্ষ্ম দৃষ্টি, তীক্ষ্ণ বিচাৰবুদ্ধি আৰু বিজ্ঞানসন্মত বিশ্লেষণী শক্তিৰ সম্যক পৰিচয় পোৱা যায়। তেওঁৰ গ্ৰন্থখন পঢ়ি কলিকতা বিশ্ববিদ্যালয়ৰ এমেৰিটাছ প্ৰফেছৰ ডক্টৰ সুশীলকুমাৰ দেই লিখিছিল: The thesis gives ample evidence of diligent scholarship, a real and painstaking zeal in investigation inspired by a love of the subject itself, and a remarkable grasp over the fundamental

questions. The treatnent is elaborate and the mass of details, though well ordered, is overwhelming." গ্ৰন্থখন সম্পৰ্কে দেশ আৰু বিদেশৰ অনেকজন পণ্ডিতৰ পৰা অহা এনে ধৰণৰ সপ্ৰশংসা অভিমতৰ পৰা গ্ৰন্থখনৰ অন্তৰ্নিহিত মহত্ত্ব সম্পৰ্কে জানিব পাৰি। বাৰটা অধ্যায়ত সম্পূৰ্ণ কৰা গ্ৰন্থখনৰ প্ৰথম অধ্যায়ত তেওঁ গ্ৰন্থ ৰচনাৰ মূল উৎসস্বৰূপে ব্যৱহাৰ কৰা নানাবিধ সমলৰ বিস্তৃত বিৱৰণ আগবঢ়াইছে। এই গ্ৰন্থ প্ৰণয়নৰ বাবে তেওঁ সম্ভৱপৰ সকলো উৎস ঘাটি তথ্য সংগ্ৰহ কৰিছে আৰু পাণ্ডিত্যপূৰ্ণ বিচাৰ-বিশ্লেষণেৰে সিবোৰৰ সদ্ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছে। গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত তেওঁ খৃষ্টীয় চতুৰ্দশ শতিকাৰ পৰা প্ৰাচীন কামৰূপৰ ৰাজনৈতিক বৃত্তান্ত, আহোম আৰু কোঁচ ৰাজ্যৰ উত্থান, আৰু চুতীয়া, কছাৰী বাৰভূঞাসকলৰ পতনৰ ইতিহাস আৰু অন্যান্য আনুষাঙ্গিক বিষয় বিশ্লেষণ কৰিছে। তৃতীয় অধ্যায়ত তেওঁ কামৰূপত বসবাস কৰা বিভিন্ন জাতি-গোষ্ঠি, তেওঁলোকৰ জীৱিকা, বেহা-বেপাৰ, শিক্ষা-দীক্ষা, বিভিন্ন ধৰ্ম-বিশ্বাস, উৎসৱ-অনুষ্ঠান, ৰীতি-নীতি আদিৰ বিস্তৃত আলোচনাৰে প্ৰাচীন কামৰূপৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনৰ ইতিবৃত্ত আগবঢ়াইছে। চতুৰ্থ অধ্যায়ত মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, গোপালদেৱ, নাৰায়ণ দাস ঠাকুৰ আতাৰ পৰা পৰৱৰ্তী বিভিন্ন ধৰ্মাচাৰ্যসকলৰ জীৱন-কথা আৰু কৰ্মৰ বিস্তৃত বিৱৰণ, সংহতি বিভাজন আদি কৰি অসমৰ নৱ-বৈষ্ণৱ আন্দোলনৰ বহল ইতিহাস দিবৰ যত্ন কৰিছে। পঞ্চম অধ্যায়ত শঙ্কৰদেৱৰ ৰচনাৱলীৰ প্ৰাচীন উৎস শাস্ত্ৰসমূহৰ আলোচনা, ৰচনাৱলী শ্ৰেণী-বিভাজন আৰু ৰচনাৰ ক্ৰম নিৰ্ণয়ৰ চেষ্টাৰে সিবোৰৰ প্ৰণালীবদ্ধ বিশ্লেষণ আগবঢ়াইছে। ষষ্ঠ আৰু সপ্তম অধ্যায়ত নৱ-বৈষ্ণৱ ভক্তিধৰ্মৰ উপাস্য দেৱতাৰ স্বৰূপ নিৰ্ণয়, ভক্তিৰ সংজ্ঞা আৰু বিভাগ, ভক্ত আৰু গুৰুৰ সংজ্ঞা আৰু পৰিচয়, অসমৰ ভক্তি ধৰ্মৰ দাৰ্শনিক ভিত্তি, ভক্তিধৰ্মত ভাগৱত পুৰাণ আৰু ভাগৱত ভাবাৰ্থ-দীপিকাৰ স্থান, অদ্বৈতবাদ, পৰমাত্মা-জীৱাত্মাভেদতত্ত্ব, মায়া আৰু মুক্তি আদি ধৰ্ম-দৰ্শনৰ নানা কথা আলোচনা



কৰিছে। অষ্টম অধ্যায়ত নেওগে শঙ্কৰদেৱৰ নাটসমূহৰ পৰ্যালোচনা, নাটকীয় কলা-কৌশল, ধেমালি, সূত্ৰধাৰৰ কাৰ্য-কলাপ, ৰঙ্গমঞ্চ, ভাওনাৰ চোঁ-মুখা আৰু অন্যান্য সাহায্য, নাট-অভিনয়ৰ ধৰ্মীয় আদৰ্শ আৰু পৰিবেশ ইত্যাদি প্ৰয়োজনীয় সকলো কথা বিচাৰ কৰিছে। নৱম অধ্যায়ত তেওঁ থলুৱা নৃত্য-গীত, ওজাপালিৰ পৰা আৰম্ভ কৰি শঙ্কৰী সঙ্গীত-নৃত্যৰ নানা দিশ—বৰগীত, অঙ্কৰ গীত, ভটিমা—গীতৰ ৰাগ-তাল-মান, সত্ৰীয়া বাদ্য, বিবিধ নৃত্যশৈলী আদি অধ্যয়ন কৰিছে। দশম অধ্যায়ত প্ৰাচীন হাতেলেখা পুথিৰ নিৰ্মাণ-কৌশল, সাঁচিপাত-তুলাপাতৰ ব্যৱহাৰ, চিত্ৰকলাৰ প্ৰয়োগ, পুথি-চিত্ৰৰ অঙ্কন প্ৰণালী আদিৰ বিশদ আলোচনা আছে। একাদশ অধ্যায়ত অসমৰ সত্ৰ আৰু নামঘৰ অনুষ্ঠান আৰু ইবোৰৰ লগত সংশ্লিষ্ট নানা বিষয়— সত্ৰাধিকাৰ, চাৰি হাটী, মণিকূট, গুৰু আসন, চৈধ্য প্ৰসঙ্গ, শৰণ, ভজন লেখক, খনিকৰ, আলধৰা, দেউৰী, বিলনীয়া পাঠক, গায়ন-বায়ন, সূত্ৰধাৰ, ভকত ইত্যাদি সত্ৰ-নামঘৰৰ লগত জড়িত সকলো কথা আলোচনা কৰা হৈছে। দ্বাদশ অধ্যায়ত নেওগে ভক্তি-আন্দোলনৰ সামাজিক তাৎপৰ্য আৰু সমাজত এই আন্দোলনৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ সম্পৰ্কে বহলাই আলোচনা কৰিছে।

মুঠতে, ডঃ নেওগৰ 'Sankaradeva and His Times' মধ্যযুগৰ কামৰূপ অসমৰ ধৰ্মীয় তথা সামাজিক-সাংস্কৃতিক জীৱনৰ এক গুৰুত্বপূৰ্ণ দলিল। এই গ্ৰন্থই নানা বিষয়ত নতুন অধ্যয়ন-গৱেষণাৰ পথো মুকলি কৰিছে। গ্ৰন্থখনৰ শেষত সন্নিবিষ্ট সুদীৰ্ঘ গ্ৰন্থপঞ্জীখনে গৱেষকসকলক অনেক নতুন তথ্যৰ সন্ধান দিব। ১৯৫৪ চনতে সম্পূৰ্ণ কৰা এই গ্ৰন্থখনৰ পিছত যোৱা তুকুৰি বছৰত ডঃ নেওগৰ অধ্যয়নপুষ্ট কাপৰ পৰা বৈষ্ণৱ সাহিত্য-সংস্কৃতি সম্পৰ্কীয় বহুসংখ্যক মূল্যবান গ্ৰন্থ প্ৰকাশ পালেও তাহানিতে ৰচনা কৰা এই গ্ৰন্থখনৰ গুৰুত্ব এতিয়াও একেদৰে আছে। গ্ৰন্থখনে তাহানিতে ডঃ নেওগৰ বুদ্ধিদীপ্ত অনুসন্ধিৎসু মন, অধ্যয়নৰ পৰিসৰ আৰু তেওঁৰ বিচাৰ-বিশ্লেষণৰ দক্ষতা সম্পৰ্কে আমাক ভাল আভাস দিব পাৰে।

শঙ্কৰদেৱৰ অৱদান আৰু অসমৰ ভক্তি-আন্দোলনৰ ইতিহাস সম্পৰ্কে এইখনেই এতিয়াও সবাতো নিৰ্ভৰযোগ্য গ্ৰন্থ হৈ আছে। ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ পাঠকৰ সুবিধাৰ কাৰণে গ্ৰন্থখনৰ এটা অসমীয়া সংস্কৰণ ওলোৱা বাঞ্ছনীয়। ●

---

সংক্ষিপ্ত, মূল দ্ৰষ্টব্য : গৰীয়সী নৱেম্বৰ ১৯৯৫

## বিদ্যাৰ মহানায়ক মহেশ্বৰ নেওগ

ড° হীৰেন গোহাঁই

অসমীয়া পণ্ডিত সকলৰ ভিতৰত মহাৰথী ড° মহেশ্বৰ নেওগে কেইবা দশকজোৰা অক্লান্ত আৰু একনিষ্ঠ শ্ৰমেৰে অৱশেষত আমাৰ সমাজত পাণ্ডিত্যক এক সন্মানৰ বস্তু কৰি তোলাত নিজকে সমকক্ষ-হীন ব্যক্তি হিছাপে প্ৰতিষ্ঠা কৰিছে। ডঃ বাণীকান্ত কাকতিৰ যোগ্য উত্তৰাধিকাৰী ড° নেওগে পাণ্ডিত্যৰ বিভিন্ন ক্ষেত্ৰত সুনিৰ্দিষ্ট সফলতা অৰ্জন কৰাই নহয়, লগতে তেওঁ নিজৰ কৰ্মৰ লগত এক অসাধৰণ আবেগ আৰু শক্তি সংযোজন কৰি তেখেততকৈ কম বয়সীয়া সম-সাময়িক পণ্ডিত সকলৰপৰা প্ৰশংসা পোৱাৰ উপৰিও, বৰ্তমান সময়ৰ উদ্ধত আৰু উন্নাসিক ৰাজনৈতিক নেতাৰ পৰাও সন্মান আদায় কৰিছিল। আধুনিক পাণ্ডিত্যৰ সুপ্ৰতিষ্ঠিত পৰম্পৰা নথকা আমাৰ ৰাজ্যখনত পণ্ডিতজনে নিজেই সংগঠকৰ আৰু পথিকৃতৰ ভূমিকা লৈ জ্ঞান চৰ্চাত আগবাঢ়িব লগা হৈছিল সম্পূৰ্ণ এক প্ৰতিকূল পৰিস্থিতিত। ভীষণ অৰ্থাভাৱৰ মাজত তেওঁ এই সকলোবোৰ কাম কৰিবলগা হৈছিল।

ব্যক্তিগত বেদনা আৰু হতাশা হাঁহিলৈ ৰূপান্তৰিত কৰি নিজৰ সেই সুপৰিচিত ভঙ্গীত ড° কাকতিয়ে হেনো এবাৰ কৈছিল, "মৃত জাতি এটাৰ কাৰণে কাম কৰি কি লাভ? সাম্ৰাজ্যবাদৰ দ্বাৰা পিষ্ট ভাৰতৰ পিছপৰা প্ৰদেশ এখনত এই ধৰণৰ নৈৰাশ্যৰ প্ৰকাশ তেনেই স্বাভাৱিক আছিল। নেওগে কিছু উষ্মাৰে ইয়াৰ প্ৰতিবাদ কৰিছিল। কিন্তু ড° কাকতিৰ তিক্ততাৰ কিছু যুক্তিসংগত কাৰণো আছিল। অতি সামান্য সম্পদ থকা অসমৰ সেই সময়ৰ সমাজত সৰহ সংখ্যক লোকে কোনোমতে দুবেলা দুমুঠি খাই জীয়াই আছিল। শিক্ষিত লোকৰ সংখ্যা আছিল তেনেই নগণ্য, আৰু পুথিভঁৰাল বা বিদ্বৎ সভাৰ অস্তিত্ব



প্ৰায় নাছিলেই বা থাকিলেও সেইবোৰৰ অৱস্থা আছিল তেনেই জৰাজীৰ্ণ। এনে অৱস্থাত আমাৰ ঐতিহ্য আৰু পৰম্পৰাৰ বিষয়ে কৰা অধ্যয়ন গৱেষণাই জনসাধাৰণৰ পৰা তেনে কোনো উৎ-সাহজনক সঁহাৰি পোৱা নাছিল। ড° নেওগৰ শক্তি আৰু কষ্টসহিষ্ণু-তাৰ প্ৰশংসা আমি এই কাৰণেই কৰিব লাগিব যে তেওঁক এনে পৰিবেশে মুঠেই হতাশ কৰিব পৰা নাছিল, ড° কাকতিৰ প্ৰজন্মৰ সফলতাখিনি সংহত কৰি সেই ভেটিসমূহৰ ওপৰতে তেওঁ এক সন্মান জনক সৌধ নিৰ্মাণ কৰিছিল।

অনিবাৰ্যভাৱেই ডঃ নেওগ সংগঠকৰ ৰূপতো অৱতীৰ্ণ হ'ব লগা হৈছিল। শ্ৰেণী কোঠাত পাঠদান কৰাৰ উপৰিও চালুকীয়া বিশ্ববিদ্যালয় খনৰ অন্যান্য বহু নিৰস কাম কৰাৰ লগে লগে তেওঁ গৱেষণা পত্ৰিকা সম্পাদনা কৰিছিল, বিভিন্ন ধৰণৰ বিদ্বৎ সভা (learned society) সংগঠিত কৰিছিল, গৱেষণাৰত ছাত্ৰ-ছাত্ৰীৰ তত্বাৱধান কৰিছিল, অসম সাহিত্য সভাৰ কাম-কাজ চলাইছিল আৰু অসমৰ অখণ্ডতা ৰক্ষাৰ কাৰণে হোৱা সংগ্ৰামত অংশগ্ৰহণ কৰিছিল। এই গোটেই সময়ছোৱাত তেওঁ এনে খুব কমসংখ্যক মানুহহে পাইছিল, যিসকলে তেওঁৰ কামৰ গুৰুত্ব বুজিছিল। প্ৰকৃততে তেওঁ যিবোৰ কাম কৰিছিল সেইবোৰ কাম কৰিবলৈ 'স্বাভাৱিক' মানুহ এজনৰ সম-য়েই নাছিল। সৌভাগ্যক্ৰমে, এতিয়া এই অৱস্থাৰ সামান্য হ'লেও উন্নতি হৈছে। তেওঁৰ 'শঙ্কৰদেৱৰ' জীৱন আছিল সেই মহাপুৰুষ আৰু বহুমুখী প্ৰতিভাৰ প্ৰথম বিজ্ঞানসম্মত, বস্তুনিষ্ঠ আৰু পাণ্ডিত্যপূৰ্ণ জীৱনী। ই ব্ৰাহ্মণ আৰু বৈষ্ণৱ সমাজৰ গোড়া লোকসকলক অসন্তুষ্ট কৰিছিল যদিও ভবানন্দ দত্ত, মুনীন বৰকটকী আৰু দেৱকান্ত বৰুৱাকে ধৰি জনাবুজা লোকসকলে ইয়াৰ প্ৰশংসা কৰিছিল। কিংবদন্তি আৰু আখ্যানৰপৰা প্ৰকৃত ঘটনাক পৃথক কৰিবলৈ ইয়াত পৰম্পৰা আৰু পাঠক নিৰাবেগভাৱে পৰীক্ষা চোৱা হৈছিল। মহান সৃজনীশক্তিৰ অধি-কাৰী আৰু বিভিন্ন উত্থান-পতনৰ সন্মুখীন হোৱা সেই অসাধাৰণ ব্যক্তিক

কি জীৱনী শক্তিয়ে উদ্দীপ্ত কৰি ৰাখিছিল, তাকো ইয়াত অতি কৃতিত্বৰে ব্যাখ্যা কৰা হৈছিল। আধুনিক জাতি নিৰ্মাণৰ বাবে পৰম্পৰা পুনৰ্বিচাৰ কৰি একাৰ্থত ড° নেওগে কাকতিৰ কামৰ ধাৰাবাহিকতাকে ৰক্ষা কৰিছিল। কিন্তু কোনো ক্ষেত্ৰতে ড° কাকতিৰ লগত তেওঁৰ মতৰ অমিল হৈছিল। শঙ্কৰদেৱৰ জীৱনীখনতে তেওঁ তথ্যৰ প্ৰতি অতি সতৰ্ক দৃষ্টি লৈছিল। ড° নেওগে অইন অইন বৰগুণি আগবঢ়াইছিল আৰু শঙ্কৰদেৱৰ বিষয়ে লিখা তেওঁৰ জীৱনীখনক শঙ্কৰদেৱৰ জীৱন আৰু কৰ্মৰ বিভিন্ন দিশ সম্পৰ্কে আলোকপাত কৰি লিখা এখন সম্পূৰ্ণ আধুনিক জীৱনী বুলি ক'ব পৰা যায়। Sankardev and his times" হৈছে তেওঁৰ জীৱনৰ সৰ্বোৎকৃষ্ট ৰচনা। গুৰুচৰিত কথা আৰু কীৰ্ত্তনৰ তেওঁ সম্পাদনা কৰি উলিওৱা বুদ্ধিদীপ্ত সংস্কৰণ দুটা আছিল একে মাটিত সাৰ পানী পাই গজি উঠা অইন দুজোপা ফুলগছ। কাকতিৰ দৰেই ড' নেওগৰ ধ্ৰুপদী সংস্কৃত সাহিত্য আৰু সূত্ৰৰ বহল জগতখনৰ লগত চিনাকি থকাৰ লগতে জ্ঞানৰ ভেটিটোত আছিল পাশ্চাত্যৰ আধুনিক পাণ্ডিত্য আৰু ইংৰাজী আৰু ইউৰোপীয় সাহিত্য। তেওঁ শঙ্কৰদেৱৰ সৃষ্টিক নামঘৰ আৰু সত্ৰৰ এলান্ধুকলীয়া আৰু সেমেকা পৰিৱেশৰ পৰা উলিয়াই আনি পুৱাৰ স্নিগ্ধ ৰ'দত এৰি দিছিল। একে সময়তে তেওঁ পুৰণি আৰু সময়সিদ্ধ বস্তুবোৰৰ প্ৰতিও যথাযোগ্য মূল্য দিছিল। তেওঁৰ সম্পাদনাত প্ৰকাশ পোৱা পুৰণি পুথিৰ শুদ্ধ পাঠ দিবলৈ তেওঁ যথেষ্ট কষ্ট কৰিছিল। এই ক্ষেত্ৰত মূল সংস্কৃত পাঠ আৱিষ্কাৰ কৰি তাৰ ঐতিহাসিক পটভূমি তেওঁ দাঙি ধৰিছিল। আধুনিক পাঠ সমীক্ষাৰ বিষয়ে গুৰুত্ব দিয়া তেৱেঁই আছিল প্ৰথম পণ্ডিত। (তেওঁৰ সাহিত্য সভাৰ অভিভাষণত) মই ভাবোঁ তেওঁৰ এই অনুৰাগৰ পৰিণতিয়েই প্ৰাচ্য শাসনাৱলীৰ দৰে লিপি সম্পৰ্কীয় গুৰুত্বপূৰ্ণ গ্ৰন্থৰ সৃষ্টি হৈছিল।

কিন্তু কেৱল পুৰণি পাণ্ডুলিপিৰ বাগীতে মতলীয়া হৈ থকা পণ্ডিত তেখেত নাছিল। এক উষ্ণ আবেগ আৰু জীৱন্ত কল্পনাই তেওঁক



তেনে হোৱাৰ পৰা আঁতৰাই ৰাখিছিল। অসমীয়া বৈষ্ণৱবাদৰ সাংস্কৃতিক ৰূপবোৰৰ ক্ষেত্ৰত তেওঁ বিশেষ মনোযোগ দিছিল। নৃত্যৰ মুদ্ৰা আৰু লয় সম্পৰ্কে পুৰণি সত্ৰ এখনত পোৱা শ্ৰীহস্তমুক্তাৱলী নামৰ কিতাপ এখন পঞ্চাশৰ দশকত অসমীয়া সংস্কৃতিৰ মুখপাত্ৰ হৈ পৰা 'ৰামধেনু'ত প্ৰকাশ কৰি তেওঁ সত্ৰীয়া নৃত্যৰ অন্য ধ্ৰুপদী নৃত্যৰ লগত থকা নিশ্চিত সম্পৰ্কৰ কথা প্ৰমাণ কৰিছিল। বৰগীতৰ সাংগীতিক গঠন সম্পৰ্কে তেওঁ বিজ্ঞানসন্মত গৱেষণা সংগঠিত কৰিছিল আৰু 'স্বৰৰেখাত বৰগীত' নামৰ কিতাপ যুটীয়াভাৱে সম্পাদিত কৰি উলিয়াইছিল। সত্ৰীয়া নৃত্যৰ আৰু বৰগীতৰ আধুনিক প্ৰবক্তাসকলে তেওঁক তেওঁলোকৰ পৰামৰ্শদাতা হিচাপে গ্ৰহণ কৰিছিল আৰু সততে তেওঁৰ দিহা পৰামৰ্শ বিচাৰিছিল। আধুনিক সমাজৰ সৈতে পৰম্পৰাগত বৈষ্ণৱী সাংস্কৃতিক একাত্মকৰণক এনেদৰে তেওঁ এক প্ৰণালীবদ্ধ চৰিত্ৰ প্ৰদান কৰিছিল।

কবি হিচাপেও ডঃ নেওগৰ খ্যাতি আছে। ইংৰাজী ভাষাত প্ৰকাশিত তেওঁৰ কবিতা সংকলনটিয়েও ভাষাটোৰ ওপৰত থকা তেখেতৰ দখলৰ পৰিচয় দিয়ে। কোনোবাই এনেদৰেই ক'ব পাৰে যে তথ্যৰ প্ৰতি আগ্ৰহেই তেওঁৰ পাণ্ডিত্যৰ চালিকাশক্তি নাছিল। বৰং পুৰণি আৰু নতুনৰ কাহিনীৰপৰা সমল সংগ্ৰহ কৰি আধুনিক মনৰ কাৰণে কাব্যিক কল্পনাৰে এক লীলাভূমি প্ৰস্তুত কৰাৰ প্ৰচেষ্টাই আছিল তেওঁৰ পাণ্ডিত্যৰ চালিকাশক্তি। অসমৰ আত্মপৰিচয় আৰু পৰম্পৰা অটুত ৰাখিবলৈ তেওঁ সদা সতৰ্ক আছিল ঠিকেই, কিন্তু কেতিয়াও কোনো ধৰণৰ উগ্ৰ জাতীয়তাবাদৰ পোষকতা তেখেতে কৰা নাছিল। এক নিশকতীয়া আৰু মূমূৰ্ষ সমাজক পুনৰুজ্জীৱিত কৰি তোলৰে বাবে তেওঁ প্ৰায়েই বাহিৰৰ তাৎপৰ্য্যপূৰ্ণ প্ৰভাৱৰ প্ৰেৰণা গ্ৰহণ কৰিছিল।

ইয়াৰ অৰ্থ এইটো নহয় যে তেওঁৰ জীৱন আৰু কৰ্মৰাজিত কোনো দোষ দুৰ্বলতা নাছিল। আনকি পণ্ডিত্যৰ ক্ষেত্ৰতো কেতিয়াবা কেতিয়াবা উচ্চ মানৰ অভাৱ দেখা গৈছিল। কিন্তু সফলতাৰ তুলনাত

ই আছিল তেনেই নগণ্য। তেখেতৰ কিছুমান মতামতৰ লগত কোনোবা হয়তো একমত নহ'ব পাৰে। উনৈশ শতিকাৰ জাতীয়তাবাদ সম্পৰ্কে তেওঁ লোৱা কিছু সিদ্ধান্তৰ বিষয়ে কোনোৱে প্ৰশ্ন তুলিব পাৰে। কাকতিৰ বিপৰীতে তেওঁ অসমীয়া বৈষ্ণৱবাদৰ সাম্ভাব্য সীমাবদ্ধতাৰ বিষয়ে অনুসন্ধান কৰা নাছিল। ধ্ৰুপদী পৰম্পৰাৰ প্ৰতি থকা তেখেতৰ অধিক আগ্ৰহৰ বাবে অসমীয়া সমাজ আৰু সংস্কৃতিৰ গঠনত থকা লোক আৰু জনজাতীয় উপাদানৰ প্ৰভাৱৰ ওপৰত তেওঁ সিমান গুৰুত্ব দিয়া নাই যদিও সেইবোৰ সম্পূৰ্ণৰূপে অৱজ্ঞাও কৰা নাই। অসমীয়া সংস্কৃতিৰ দুজন ব্যক্তিৰ প্ৰতি ডং নেওগে আটাইতকৈ বেছি সন্মান প্ৰদৰ্শন কৰিছে। সেই ব্যক্তি দুজন হ'ল লক্ষ্মীনাথ বেজবৰুৱা আৰু ডং কাকতি। বেজবৰুৱাৰ বিষয়ে তেখেতে কিছু জ্ঞানগৰ্ভ কথা লিখিছে আৰু তেওঁৰ বিষয়ে দুটা গুৰুত্বপূৰ্ণ সমালোচনাত্মক সংগ্ৰহ পাণ্ডিত্যপূৰ্ণ পাতনিসহ সম্পাদনা কৰি উলিয়াইছে। তেওঁ বেজবৰুৱাৰ আলোচনী আৰু ডায়েৰিবোৰো সম্পাদনা কৰি উলিয়াইছে। তেওঁ সংকলন কৰি উলিওৱা ডং কাকতিৰ সংগ্ৰহটিতো এটি সামগ্ৰিক আৰু চিন্তা উদ্ৰেককাৰী পাতনি আছে। এই দুই মহাৰথীয়ে মোকলোৱা পথ তেওঁ অধিক প্ৰশস্ত কৰি আন সকলোৱে অনায়াসে বাট বুলিব পৰাকৈ ৰাজআলিলৈ ৰূপান্তৰিত কৰিছিল।

এক কৰ্মময় জীৱনৰ বিয়লি বেলাত বিশ্ৰাম লৈ থকা এই গৰাকী বিদ্যাৰ মহানায়কক সন্মান জনাবলৈ পোৱাটো মোৰ কাৰণে অতি আনন্দ আৰু গৌৰৱৰ কথা।

---

* ডেউকা, পঞ্চদশ সংখ্যা, '৯৬, Dr. Maheswar Neog, গ্ৰন্থত সন্নিবিষ্ট Monarch of learning-Homage to Maheswar Neog প্ৰবন্ধৰ অনুবাদ।

## দুৰ্লভ আৰু জনপ্ৰিয় ব্যক্তি ডঃ মহেশ্বৰ নেওগ

### ৰাম গোস্বামী

ডঃ মহেশ্বৰ নেওগৰ নাম অসমৰ ভাঁষা-সাহিত্য আৰু সাংস্কৃতিক জগতত এটা বুটা বছা জাকত জিলিকা নাম। তেওঁৰ কিছুদিনৰ আগতে মৃত্যু ঘটিল যদিও তেওঁৰ মৃত্যুৱে তেওঁৰ প্ৰতিভা অমৰ কৰিহে ৰাখিলে। এই অমৰত্ব প্ৰতিভাৰ অধিকাৰী হোৱাৰ কাৰণ বহুতো আছে। অসমৰ বহু বিধ বিষয়ত ডঃ নেওগৰ অবদান স্মৰণীয়। জীৱিত কালত তেওঁ চাৰিকুৰি বছৰৰ প্ৰায় পঞ্চাছ বছৰ জুৰি অবিৰামভাৱে অসমীয়া প্ৰাচীন সাহিত্য ইতিহাস, ভাষা, নানাবিধ কলাবিদ্যাৰ চৰ্চা আৰু সাংস্কৃতিক শিক্ষাত অত্যাধিক চিন্তা-চৰ্চা, গৱেষণা চলাই আমাক লাভবান কৰি গৈছে। তেওঁৰ ৰাক্-বিস্তাৰ আছিল মোহনীয়। সভাই-সমিতিয়ে, আলাপ আলোচনাত ডঃ নেওগৰ প্ৰত্যুৎপন্নমতি, অন্তৰ্দৃষ্টি আৰু স্বাধীন বিচাৰ সৰ্বদা লক্ষনীয় বিষয় আছিল। তেওঁ আছিল অনেক ধ্যান-ধাৰণাৰ উদভাৱক। এনে এটা বিষয় নাই যিটোৰ ওপৰত তেওঁৰ দখল নাই। অনেক মহৎ কাৰ্য তেওঁ সম্পন্ন কৰি গৈছে, অনেকৰ বাবে ভৱিষ্যতৰ কৰ্মক্ষেত্ৰ ঠিক কৰি ৰাখিছে। তেওঁ ৰাখি থৈ যোৱা কৃতি আৰু কৃতিত্বৰ ওপৰত সাম্প্ৰতিক কালত সমীক্ষাত্মক অধ্যয়নৰ এটা সুদৃঢ় ক্ষেত্ৰ অসমৰ গৱেষক আৰু ভাষা-সাহিত্যৰ লগত জড়িত থকা ব্যক্তিসকলৰ বাবে সুৰক্ষিত হৈ আছে। ডঃ নেওগৰ ভূমিকা সৰ্বভাৰতীয়। তেওঁ আছিল অসমৰ বৌদ্ধিক সমাজৰ যোগ্যতম প্ৰতিলিপি। তেওঁৰ দৰে ব্যস্ত মানুহ এজনৰ ওচৰলৈ যিয়েই গৈছে, সেয়ে তেওঁৰ ৰসাল সৎ আচৰণ আৰু আগ্ৰহ দেখি অতিশয় মুগ্ধ হৈ তৃপ্তিৰে উভতি আহিছে। বিদগ্ধ পণ্ডিত হ'লেও ডঃ নেওগৰ ৰসিকতা

বাস্তৱিকতে মন কৰিবলগীয়া। তেওঁৰ হাস্যৰস জীৱনৰ বিশিষ্ট কেন্দ্ৰমণি। অনেক জটিল সমস্যা তেওঁ হাঁহি হাঁহিয়েই সমাধান কৰিছিল। তেওঁৰ সাংস্কৃতিক পৰিমণ্ডল যেনেকৈ আছিল উচ্চমান বিশিষ্ট তেনেকৈ আছিল তেওঁৰ দৃষ্টিভংগী আৰু মানবিক বিশালতা। ক'ব পাৰি যে ডঃ নেওগৰ ব্যক্তিত্বত অসমৰ পুৰণি ঐতিহ্যৰ ধাৰাবাহিকতা আৰু নতুন যুগৰ চিন্তা ভাৱনা সমানে ৰক্ষিত হৈছিল আৰু দুয়োটা দিশেই বিকাশ লাভ কৰিছিল অসমৰ বৌদ্ধিক জগতৰ পৰিক্ৰমাত। তেওঁ যেনেকৈ আছিল শংকৰী কলা সংস্কৃতি আৰু সাহিত্যৰ সাধক তেনেকৈ আছিল পাশ্চাত্য সাহিত্যৰ এগৰাকী নিষ্ঠাবান সমালোচক। সাহিত্য সৃষ্টিৰ কালছোৱাত ডঃ নেওগে ইংৰাজী সাহিত্যৰ প্ৰেৰণা সঞ্চাৰ কৰিবপৰা লগতে অনু- সৰণ যোগ্য কাব্য, নাটক, প্ৰবন্ধ, উপন্যাস প্ৰভৃতি অধ্যয়ন কৰিছিল। তেওঁৰ ৰচিত ভালেমান প্ৰবন্ধত আমি তেওঁৰ ইংৰাজী সাহিত্যৰ প্ৰতি থকা অনুৰাগ আৰু ৰসবোধৰ পৰিচয় পাওঁ। জ্ঞানৰ সাধনাত তেওঁৰ মনত কোনো হীন-পৰ ভাৱ নাছিল। জ্ঞানৰ সকলো শাখাই আছিল তেওঁৰ অধ্যয়নৰ অংগীভূত।

এই কথা ক'বলৈ সমূলি দ্বিধাবোধ কৰা নাই যে অসমৰ সাহিত্য আৰু সংস্কৃতিৰ সকলোতকৈ ব্যস্ত মানুহজন আছিল ডঃ মহেশ্বৰ নেওগ। সদায় এটা নহয় এটা সৃষ্টিমূলক কামত লাগি থকা ডঃ নেওগ আছিল প্ৰকৃততে কামৰ মানুহ। বিদ্যায়তনিক প্ৰবন্ধ-পাতিবোৰৰ বাহিৰেও তেওঁ বৈষ্ণৱ সাহিত্য বিষয়ক ভালেকেইখন মূল্যবান কিতাপ সম্পাদনা কৰিছিল। ইয়াৰ ভিতৰত Sankardeva and his Times হৈছে তেওঁৰ কীৰ্তিস্তম্ভ। বৈজ্ঞানিক মনোভংগীৰে মহাপুৰুষ শংকৰদেৱৰ বিষয়ে ৰচিত এই ইংৰাজী গ্ৰন্থখনে সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিছে। ডঃ নেওগৰ আলোচনাত শংকৰদেৱৰ বিৰাট প্ৰতিভাই তাত্ত্বিক বিশ্লে- ষণেৰে মহত্ত্ব লাভ কৰিবলৈ সক্ষম হৈছে। শংকৰদেৱৰ দৰ্শনে আধু- নিক মানুহৰ জীৱনৰ আৰু চিন্তাৰ ক্ষেত্ৰত যি তাৎপৰ্যপূৰ্ণ বৰঙণি যোগাইছে সেইকথা নেওগৰ উপলব্ধিত সাব্যস্ত হৈছে। আধ্যাত্মিক ভাৱ- ধাৰাৰ লগত আধুনিক জিজ্ঞাসাই গ্ৰন্থখনত সমীকৰণ ঘটাই নৱমূল্যায়নৰ



বাট সু-প্ৰতিষ্ঠা কৰিছে। তেওঁ আছিল অক্লান্ত কষ্ট সহিষ্ণু ব্যক্তি। গৱেষক ৰূপে তেওঁ বিক্ষিপ্ত ৰূপত উদ্ধাৰ কৰা অনেক আপুৰুগীয়া পুথিৰ সমীক্ষা আৰু সম্পাদনা কৰি গৈছে। শংকৰদেৱৰ ভক্তিপ্ৰদীপ, হৰিহৰ বিপ্ৰৰ লৱকুশৰ যুদ্ধ, দুৰ্গাবৰ কায়স্থৰ গীতি ৰামায়ণ, শংকৰদেৱৰ কীৰ্তন ঘোষা, মাধৱদেৱৰ নামঘোষা, ভাগৱত কথা, বৰদোৱা গুৰু চৰিত, শ্ৰীহস্ত মুক্তাৱলীৰ অসমীয়া ভাঙনি, ভক্তি ৰত্নাকৰ, প্ৰাচ্য শাসনাৱলী, অৰুণোদই, সত্ৰীয়া নৃত্য প্ৰভৃতি অনেক ৰচনা হৈছে ডঃ নেওগৰ উল্লেখ- নীয় অৱদান। প্ৰত্যেকখন ৰচনাতে গুৰুত্ব দিয়া হৈছে তথ্যৰ শুদ্ধতা আৰু ব্যাখ্যাৰ মনোগ্ৰাহী বিচাৰ বিশ্লেষণত. ডঃ নেওগৰ ত্ৰিছখনবো অধিক মৌলিক গ্ৰন্থ, পঞ্চাছখন মান সম্পাদিত গ্ৰন্থ অলেখ অসমীয়া আৰু ইংৰাজী ভাষাত লেখা প্ৰবন্ধ আছে। এইবোৰৰ সামগ্ৰিক বিচাৰত কব পাৰি যে তেওঁৰ পাণ্ডিত্যই অসমীয়া ভাষা সাহিত্যৰ ভেটিক স্থায়ীকৰণ আৰু সুনাম আৰ্জনত বিস্তৰ সহায় কৰিছে। বিদ্যাৰ ক্ষেত্ৰত নেওগ সচাঁকৈয়ে প্ৰথম শ্ৰেণীৰ সাহিত্যিক আৰু অবিচ্ছিন্ন ব্যক্তি। ডঃ নেওগ বোধকৰো এজনেই ব্যক্তি যিজনাৰ ব্যক্তিত্ব, প্ৰতিভা আৰু কৰ্মৰাজি তেওঁৰ জীৱনৰ সাফল্যৰ জয়স্তম্ভ। জীৱিতকালত নেওগে দুখকষ্ট, আশাবেদনা, সৌভাগ্য, শাৰীৰিক, মানসিক পীড়া, সন্মান, বিতৃষ্ণা, সকলো ভোগ কৰিছিল। প্ৰচণ্ডভাবে নানা অসুখত অসুখী হৈছিল। কিন্তু তেওঁ পৰাজয় মানি লোৱা নাছিল। জীৱনৰ দুখ আৰু বেজাৰক তেওঁ সাধনাৰ অন্তৰংগ বন্ধু বুলি গণ্য কৰিছিল। তেওঁৰ জীৱনৰ লক্ষ্যই আছিল অসমীয়া ভাষা জননীক বিশ্ব দৰবাৰত সু- প্ৰতিষ্ঠা কৰা। তেওঁ যিবোৰ কীৰ্তি ৰাখি গ'ল সেইবোৰে আমাক কিমান চহকী কৰিলে তাৰ হিচাপ সতকাই দিয়া টান। এনে দুৰ্লভ অৱদান কেইজনে দিব পাৰে? তেওঁ সচাঁকৈয়ে দুৰ্লভ জনপ্ৰিয়তা লাভ কৰি অভিলেখ স্থাপন কৰি গ'ল ॥

# ডঃ মহেশ্বৰ নেওগ : জীৱন আৰু কৰ্ম

জন্ম : ৭ ছেপ্টেম্বৰ, ১৯১৫

জন্মস্থান : কমাৰফদীয়া গাঁও, শিৱসাগৰ

পিতৃ : মাণিক চন্দ্ৰ নেওগ

মাতৃ : চন্দ্ৰপ্ৰভা দেৱী

**শিক্ষা-জীৱন**

১১৩ নং কমাৰফদীয়া নিম্ন প্ৰাথমিক পঢ়াশালি শিৱসাগৰ, উত্তৰ লক্ষীমপুৰ আৰু যোৰহাট চৰকাৰী হাইস্কুল । মেট্ৰিকুলেছন. ১৯৩৪, ষ্টাৰ আৰু চাৰিটা ডিষ্টিংছনেৰে । ১৯৩৯ চনত কটন কলেজৰ পৰা ইংৰাজী অনাৰ্ছেৰে বি এ; ১৯৪৭ চনত কলিকতাৰ পৰা মডাৰ্ণ ইণ্ডিয়ান লেংগুৱেজত (অসমীয়া মেজৰ) প্ৰথম শ্ৰেণীত প্ৰথম হৈ এম এ। ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডি ফিল (Sankaradeva and His Times গৱেষণা-পুথিৰে)।

**কৰ্ম-জীৱন**

বিদ্যালয় কেইখনমানত শিক্ষক। ১৯৪৮ চনৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়াৰ লেকচাৰাৰ। মাজতে ১৯৫৪ চনত শান্তিনিকেতনত কেন্দ্ৰীয় শিক্ষা মন্ত্ৰণালয়ৰ লিটাৰেৰি ৱৰ্কশ্বপৰ উপ-সঞ্চালক। ১৯৫৬ৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰিডাৰ। ১৯৬৬ৰ পৰা ১৯৭৮লৈ গুঃ বিঃৰ জৱাহৰলাল নেহৰু অধ্যাপক। ১৯৭৮ৰ পৰা ১৯৮৩ লৈ পঞ্জাবৰ পাটিয়ালাৰ পাঞ্জাবী বিশ্ববিদ্যালয়ৰ ছেইন্ট শংকৰদেৱ অধ্যাপক। ১৯৭৪-৭৭ গুঃ বিঃ কলাগুৰু অৰ্থাৎ ডীন অব্ ফেকাল্টি অব্ আৰ্টছ। ১৯৭৪ চনত ৰাজসন্মান পদ্মশ্ৰী লাভ।

**বিশিষ্ট অনুষ্ঠানৰ সভাপতি**

অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন ২৩ শ অধিৱেশন আলিগড় বিশ্ববিদ্যালয় (ললিত কলা বিভাগ), ১৯৬৬। অসম সাহিত্য সভা মঙলদৈ ১৯৭৪।

**আজীৱন সদস্য**

ভাণ্ডাৰকৰ ওৰিয়েন্টাল ৰিছাৰ্চ ইনষ্টিটিউট্, পুণে।

**বিদেশ ভ্ৰমণ**

১৯৭০ চনত ভাৰত চৰকাৰে পূব ইউৰোপীয় দেশ তিনিখনলৈ (হাংগেৰি, ৰোমানিয়া আৰু পূব জাৰ্মেনি) এক 'লেক্‌চাৰ দিয়া আৰু বন্ধুত্ব কৰা' ভ্ৰমণলৈ পঠিয়াইছিল।

**প্ৰাচ্যতত্ত্বৰ জগতৰ লগত সম্বন্ধ**

অসম সাহিত্য সভাৰ নিজ নিয়মাৱলী অনুসৰি 'প্ৰাচ্যতত্ত্বৰ চৰ্চা আৰু গৱেষণাত মৌলিক আৰু একক বৰঙণি আগবঢ়োৱা শীৰ্ষস্থানীয় প্ৰতিভাসম্পন্ন ব্যক্তিক দিব পৰা 'সদস্য মহীয়ান' সন্মান লাভ (১৯৮৮)।

**প্ৰাচ্যজগত সম্বন্ধীয় কাম**

(ক) ১৯৫৫ চনত আৰম্ভ কৰি All India Oriental Conference অধিৱেশনবোৰত গৱেষণা-পত্ৰ পাঠ।

(খ) ১৯৬৫ চনত গুৱাহাটীত বহা Conference অৰ XXIInd Session অৰ Local Secretary।

(গ) সেই অধিৱেশনৰ বাবে ছখন গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছিল—স্মৃতিগ্ৰন্থ Pragjyotisa Summaries of Papers, Proceedings and Transactions of the Session দুটা খণ্ড, Professor S.K. Bhuyan commemoration Volume, Professor B.K Barua commemoration Vol.।

(ঘ) ১৯৬৫ৰ পিছত পাঁচটা বৰ্ষত Conference-অৰ Executive Board-অৰ সদস্য।

(ঙ) ১৯৬৬ৰ XXIIIrd Session-অত (Aligarh University-ত বহা) Sectional President—Technical Science and Fine Arts Section.

(চ) ১৯৬২ চনত দিল্লীত বহা International Congress of Orientalists, XXVIth Session-ত গৱেষণা-পত্ৰ পাঠ (পিছত তাৰ কাৰ্য-বিৱৰণিত প্ৰকাশিত)

(ছ) বিভিন্ন উচ্চাংগৰ গবেষণা–পত্ৰিকাত প্ৰবন্ধ প্ৰকাশ :

Journal of Asiatic Society, Culcutta
Journal of Oriental Research, Madras
Journal of Music Academy, Madras
Indian Historical Quarterly, Calcutta
Journal of Indian History, Trivandrum
Journal of Ancient Indian History, Calcutta
Anuals of Bhandarker Oriental Research Institute, Pune
The Poona Orientalist, Pune
Journal of the University of Gauhati (১৯৫৮-৭৪ ছোৱাত সম্পাদিত)
The Buddhist Yearly, Halle
Journal of Visvesvaranand Vedic Rssearch Institute Hoshiarpur ইত্যাদি।

(ঝ) ইংৰাজী গ্ৰন্থ আৰু গৱেষণা-পত্ৰৰ বাহিৰেও অসমীয়া গ্ৰন্থ আৰু প্ৰবন্ধৰ যোগেদি অসমতত্ত্বৰ (Assamese Studies) অনেক দিন স্পষ্টকৈ নিৰূপিত কৰিবৰ যত্ন কৰা হৈছিল-ভাষিক, সাহিত্যিক, সাংস্কৃতিক, সামাজিক, ধাৰ্মিক, কলাগত (performing arts, fine arts আদিৰে সমৃদ্ধ) ইতিহাস, অভিলেখ বিজ্ঞান (epigraphy), অভিধান-বিদ্যাৰ (lexicography) চৰ্চা, পুৰণি সংস্কৃত আৰু অসমীয়া গ্ৰন্থত পাঠ-সমীক্ষা বিজ্ঞানৰ (textual criticism) প্ৰয়োগৰ হৈ এটা সৰু কৃতকাৰ্য আন্দোলন গঢ়ি তোলা ইত্যাদি।



## প্ৰকাশিত গ্ৰন্থ

### সমাজ আৰু সংস্কৃতি

পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, ১৯৫৭; পৱিত্ৰ অসম, সাহিত্য সভা, ১৯৬০, Sankardeva and His times : Early History of the Vaisnava Faith and Movement in Assam, Gauhati University, (1965ed.); Early History of the Vaisnava Faith and Movement in Assam : Sankardeva and His times, (ed.) 2 of above, Motilal Banrasidass, Delhi, 1965 ; Sankardeva, National Book Trust. New Delhi, 1961 (Bengali, Gujarati Hindi, Oriya, Assamese versions also released); The Religion of Love and Devotion, L.N. Bezbaroa's, Baroda Lectures etc, ed; Religions of the North-East,
Munshiram Masoharalal, Delhi, 1984 ; Socio-political Events in Assam leading to the Militancy of the Mayamariya Vaishnaves, Sakharam Deuskar Lecturer, Centre of Social Studies, Calcutta, 1984.

অসমৰ ধৰ্মৰ বুৰঞ্জী : আন্ধাৰ আৰু পোহৰ (চন্দ্ৰকান্ত বৰপূজাৰী বক্তৃতাৱলী) অসম সাহিত্য সভা, ১৯৮৮

### জীৱনী

শ্ৰীশ্ৰীশংকৰদেৱ, চৰিতসমূহৰ সমালোচনামূলক বিচাৰত, ১৯৪৮ ষষ্ঠ সংস্কৰণ, ১৯৮৭ ; Anandaram Dhekiyal Phukan, Sahitya Akademi, 1982 ; Anandaram Dhekiyal Phukan : Plea for Assam and Assamese, Asam Sahitya Sabha, 1982 ; Lachit Barphukan, the Victor of the Battle of Saraighat, Publication Division, Govt. of India, 1983;

বৈকুণ্ঠনাথ ভাগৱত ভট্টাচার্য, সাহিত্য অকাডেমি, ১৯৮৪ Nidhi Levi Farwell, Sahitya Akademi, 1985.

**ভাষা আৰু সাহিত্য**

Sankaradeva ane His Predecessors, 1953 ; অসমীয়া গীতি-সাহিত্য, ১৯৫৮ ; অসমীয়া ভাষা, ঢেকিয়াল ফুকনৰ Few Remarks-অৰ অনুবাদ-সম্বলিত, অসম সাহিত্য সভা, ১৯৬০; Studies in the Early History of Assam, K. Barua's papers compiled and edited, Assan Sahitya Sabha, 1973 ; অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৬২ ; সাহিত্য-সমীক্ষা, ডঃ হেমন্ত কুমাৰ শৰ্মাৰ সহযোগত সংকলন-সম্পাদনা, অসম সাহিত্য সভা, ১৯৬৭ ; Lakshminath Bezbaroa, the Sahityarathi of Assam, ed., 1972 ; আধুনিক অসমীয়া সাহিত্য, ১৯৬৭ ; চিত্ৰলেখা, বেজবৰুৱা এলবাম, ১৯৬৮, বিশ্ববিদ্যালয়, ভাষা, ভাষণ, ভ্ৰমণ, ১৯৭৪ ; মহেশ্বৰ নেওগ ৰচনাৱলী, প্ৰথম খণ্ড, ১৯৭৬ ।

**পাঠ–সমীক্ষা-তত্ত্ব**

পাঠ-সমীক্ষা, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৮৮ প্ৰকাশিত ।

**সংগীত, নৃত্য, কলা**

স্বৰৰেখাত বৰগীত (বীৰেন ফুকন আৰু পুৰোষোত্তম দাসৰ সহযোগত), সম্পাদিত, অসম সংগীত নাটক অকাডেমি, ১৯৫৮ ; The Art of Painting in Assam, 1960; Rhythm in Vaishnava Music of Assam (কেশৱ চাংকাকতীৰ সহযোগত), সম্পাদিত, ১৯৬২; Assamese Drama and Theatre, 1971 ; Sattriya Dances / সত্ৰীয়া নৃত্য, প্ৰকাশন পৰিষদ, ১৯৭৩ ; Satriya Dances and their Rhythms / সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল (কেশৱ চাংকাকতিৰ সহযোগত সম্পাদিত, ১৯৭৩ ; Folk Dances of Assam in Mulk Raj Anand, Classical and Folk Dauces of India,, Bombay, 1960 ;



Gita-Govinda in Assam School of Painting, Collaboration with Kapila Vatsyayan, Publication Board Assam, 1934 ; শুভংকৰ কবিৰ শ্ৰীহস্ত মুক্তাৱলী, ১৮শ শতিকাৰ ভাঙনিৰে, সম্পাদিত, অসম প্ৰকাশন পৰিষদ, ১৯৬৪ ; The Hastamuktavali of Subhankara Kavi, ed., Assam Sahitya 1977 ; The Harismrtisudhankura of Raghunandana of Gauda,ed. 1978. Bhaona, The Ritual Play of Assam, Sangeet Natak Akademi, New Delhi, 1983.

**অভিলেখ বিজ্ঞান (Epigraphy)**

প্ৰাচ্য শাসনাৱলী, অসম প্ৰকাশন পৰিষদ, ১৯৭৪ ।

**বিশেষ সভাপতিৰ অভিভাষণ**

Presidential Address to the Technical Science and Fine Arts Section, All India Oriental Couference. XXIIIrd Session, Aligarh, 1968 ; অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ, ৪১শ অধিৱেশন, ১৯৭৪, মঙলদৈ ।

**অভিধান**

চকন্দ্ৰকান্ত অভিধান, দ্বিতীয় তাঙৰণ, সংশোধনকৰ্তা দুজনৰ এজনৰূপে, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬২ ; চন্দ্ৰকান্ত অভিধান, তৃতীয় তাঙৰণ, মুখ্য সম্পাদকৰূপে, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯০৯; আধুনিক অসমীয়া অভিধান তিনিজন সম্পাদকৰ এজন ৰূপে, অসম প্ৰকাশন পৰিষদ, ১৯৭৭ ; চলন্ত অভিধান (অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিতব্য) ।

**কবিতা**

ৰক্তকমল, ১৯৪৩ ; মুছাফিৰখানা, ১৯৭৪ ; Under One Sky, 1970, সঞ্চাৰিণী দীপশিখা, ১৯৭৯, লাজবন্তী ।

**নাটক**

আৱৰ্তন, ১৯40 চনত বিমলা প্ৰসাদ চলিহা, ফুষু বৰুৱা আদিৰ দ্বাৰা

অভিনীত (বৰ্তমান প্ৰকাশৰ পথত); শ্ৰীমন্ত শংকৰ, শ্ৰীঅৰুণ শৰ্মা সংকলিত 'অনাতাঁৰ নাটক'ত ভুক্ত, ১৯৮৪; ঋতু-স্তুৰ, কাব্যিক দৃশ্য (১৯৩৫ চনত লিখিত), ১৯৪৮।

**আলোচনী সম্পাদক**

Ths Cottonian, Vol.XV,1936-37, as Student Editor; জয়ন্তী (ৰঘুনাথ চৌধুৰী), ছাত্ৰ-মহলৰ সম্পাদকৰূপে, প্ৰথম বছৰ, ১৯৩৮-৩৯; ৰামধেনু, আহিন ১৮৭২ৰ পৰা আহিন ১৮৭৩ শক; ঝংকাৰ (অসম সংগীত সম্মিলন), প্ৰথম দুই খণ্ড, ১৯৫৩-৫৪, ১৯৫৪-৫৫।

**গৱেষণা-পত্ৰিকা সম্পাদন**

The Journal of the University of Gauhati (Humanitics & Science), 1958-78.

**অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ হৈ সংকলিত-সম্পাদিত গ্ৰন্থ**

Pragjyotisa, Souvenir Vol, XXIInd Session 1965; Summaries of Papers, Summaries and notices of 409 research papers, 1965; Proceeding and Transactions of A.I.O.C. XXIInd Session 1965, Vol. I, 1965; Professor Birinchi Kumar Barua Commemoration Volnme, 1965 (collaboration)' Proceedings and Transaction of A.I.O.C. XXIInd Session, 1965, Vol. II, 1966; Professor Suryyakumar Bhuyan. Volume, 1966 Commemoration (collaboration).

**বিশ্বকোষৰ কৰ্ম**

অসমীয়া, বাংলা, তামিল, তেলেগু আৰু পাঞ্জাবী বিশ্বকোষৰ বাবে প্ৰবন্ধ। অসমীয়া কোষৰ ললিত কলা বিভাগৰ আঁচনি নিৰ্মাণ।

**সম্পাদিত আধুনিক অসমীয়া গ্ৰন্থ**

হিতেশ্বৰ বৰুৱাৰ চকুলো আৰু মালচ, ১৯৪৯, বেণুধৰ



ৰাজখোৱাৰ অসমীয়া খণ্ডবাক্য কোষ, অসম সাহিত্য সভা, ১৯৬১; বেজবৰুৱাৰ পত্ৰলেখা, বেজবৰুৱা আৰু বেজবৰুৱালৈ লেখা চিঠিত সংগ্ৰহ, অসম সাহিত্য সভা. বেজবৰুৱাৰ দিনলেখা, প্ৰথম খণ্ড, ডায়েৰি ১৮৯৫-১৯০৩, অ: সাঃসঃ ১৯৬১, বেজবৰুৱাৰ দিনলেখা, দ্বিতীয় খণ্ড, ডায়েৰি ১৯০৪-১৯৩৯, অঃসাঃসঃ ১৯৭৪; সঞ্চয়ন. আদিৰে পৰা বৰ্তমানলৈ অসমীয়া কবিতাৰ বাছনি, সাহিত্য একাডেমী, নতুন দিল্লী, ১৯৫৯ ছটা সংস্কৰণ ওলাই গৈছে); দেশৰ ডাক, দেশ-প্ৰেমৰ কবিতাৰ নিৰ্বাচন, সাহিত্য আকাডেমী, নতুন দিল্লী ১৯৬২; অসম সাহিত্য সভা বাৰ্ষিকী. গোৱালপাৰা, অঃসাঃসঃ ১৯৬২; অসম সাহিত্য সভা বাৰ্ষিকী, নাজিৰা, অঃসাঃসঃ ১৯৬৪; অসম সাহিত্য সভা বাৰ্ষিকী. ডিগবৈ, অঃ সাঃ সঃ ১৯৬৫; ভগৱতীপ্ৰসাদ বৰুৱা, তেওঁৰ ৰচনা আৰু তেওঁৰ বিষয়ে লেখা, অঃসাঃসঃ ১৯৯৩; অৰুনোদই ১৮৪৬-১৮৫৪, নাথন ব্ৰাউনৰ সম্পাদন পুনঃ সম্পাদিত, অসম প্ৰকাশন পৰিষদ, ১৯৮৪;

**সম্পাদিত 'পাঠ সমীক্ষাৰ বিভিন্ন স্তৰত' পুৰণি অসমীয়া ক্লাছিক**

শংকৰদেৱৰ ভক্তি-প্ৰদীপ, ১৯৪৫; পীতাম্বৰ কবিৰ উষা-পৰিণয়, ১৯৫১; ৰমানন্দ দ্বিজৰ শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ, ১৯৫১; দুৰ্গাবৰ কায়স্থৰ গীতি-ৰামায়ণ, ১৯৫৪; হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ, অঃসাঃসঃ; শংকৰদেৱ-মাধৱদেৱৰ কীৰ্তন-ঘোষা আৰু নামঘোষা আৰু নামঘোষা (সহস্ৰনাম বৃত্তান্ত আদিৰে) ১৯৫৫; মাধৱদেৱৰ নামঘোষা, স্বকীয়া সংস্কৰণ, ১৯৫৫; ৰমানন্দ দ্বিজৰ শ্ৰীগুৰু চৰিত, ১৯৫৭; ভট্টদেৱৰ ভাগৱত কথা, প্ৰথম স্কন্ধ, ১৯৫৯; ভট্টদেৱৰ ভাগৱত-কথা, দ্বিতীয়-তৃতীয় স্কন্ধ, ১৯৫৯; মাধৱদেৱৰ নামঘোষা (এজন পণ্ডিতৰ দ্বাৰা হিন্দী অনুবাদেৰে), অসম ৰাষ্ট্ৰভাষা সমিতি, ১৯৬০; হৰিবৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ (ডঃ বি বৰুৱাৰ সহযোগত), গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬১; দ্বিজৰামৰ চাহপৰী উপাখ্যান বা মৃগাৱতী চৰিত্ৰ, ১৯৬১; শুভংকৰ কবিৰ শ্ৰীহস্ত মুক্তাৱলী, ১৮শ শতিকাৰ অসমীয়া ভাওনি (মূলে সৈতে) অসম প্ৰকাশন পৰিষদ, ১৯৬৪; পঢ়িয়া মাধৱ আতাৰ চৰিত, গদ্যত

ৰচিত, ১৯৭১ ; বৰদোৱা-গুৰু চৰিত, ১৯৭৩ ; ভক্তি-গীত-সংকলন, শংকৰোত্তৰ ৬৭২ টি গীতৰ সংগ্ৰহ, বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ, অসম চৰকাৰ, ১৯৮৮ ; গুৰু-চৰিত-কথা, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৮৬ ; চটাই পৰবত আৰু চিৰি লুইত, লোক-গীতি সংগ্ৰহ, ১৯৬৪।

সম্পাদিত সংস্কৃত গ্ৰন্থ

আচাৰ্য-সংহতি, অসমৰ নৱবৈষ্ণৱ সম্প্ৰদায়ৰ বিস্তাৰৰ চমু ইতিহাস, শিৱসাগৰ, বাঁহী প্ৰেছ, ১৯৫৩ ; বিল্বমঙ্গল (লীলাশুক) কৃষ্ণস্তোত্ৰ (কৃষ্ণ-কৰ্ণামৃতৰ অসম তাণ্ডৱণ), মাধৱদেৱৰ পিম্পৰা-গুচোৱা ঝুমুৰা আৰু তাৰ ইংৰাজী অনুবাদেৰে ১৯৬৩ শুভংকৰ কবিৰ শ্ৰীহস্তমুক্তাৱলী ১৮শ শতিকাৰ অসমীয়া ছায়াৰে, অসম প্ৰকাশন পৰিষদ, ১৯৬৪ ; The Hastamuktavali of Subhankara, the Sanskrittext edited with the help of Raghavaraya's Hastaratnavali obtained from Bodleian Library, Oxford, pub, Asam Sahitya Sabha, 1979 ; The Hari-smrti-sudhankura of Raghunandana of Gauda, 1977 ; The Bhakti-ratnakara of Sankardeva and History of Sankardeva and History of the Concept of Bhakti, Punjabi University Patiala, 1982.

বিভিন্ন সন্মান

পদ্মশ্ৰী, ১৯৭৪

অসম সাহিত্য সভাৰ মঙলকৈ অধিৱেশনৰ সভাপতি, ১৯৭৪

ভাৰতীয় প্ৰত্নতত্ত্ব সমিতি আৰু ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সমিতিৰ দ্বাৰা তাম্ৰপত্ৰ প্ৰদান, ১৯৮৩

অসম সাহিত্য সভাৰ 'সদস্য মহীয়ান'ৰূপে সন্মানিত, ১৯৮৮

গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'প্ৰফেছাৰ এমেৰিটাছ', ১৯৯০

শ্ৰীমন্ত শংকৰদেৱ বঁটা লাভ, ১৯৮৯

ৰাষ্ট্ৰীয় সংগীত নাটক অকাডেমীৰ ফেল'শ্বিপ, ১৯৯৫।

সংকলন ঃ শান্তনু কৌশিক বৰুৱা

## ডঃ নেওগৰ কবি-প্ৰতিভা

ৰবীন্দ্ৰ বৰা

সঁচা কথা। পণ্ডিত মহেশ্বৰ নেওগে কবি হিচাপে খ্যাতি লভাৰ কথা কেতিয়াও নাভাবিলে। সাহিত্য-সংস্কৃতিৰ গৱেষণামূলক কাৰ্য আৰু পাণ্ডিত্যৰ পৰিমণ্ডলত বিচৰণ কৰোতে পণ্ডিত নেওগে কাব্য-চৰ্চাৰ পৰা সযতনে নিজকে আঁতৰাই ৰাখিবৰ চেষ্টা কৰিছিল। তথাপি, সুদীৰ্ঘ জীৱনৰ যাত্ৰাপথত ক্ষণিকৰ জিৰণিৰ মুহূৰ্তত যিখিনি কবিতা ৰচনা কৰিলে তাৰ মাজতেই নেওগৰ কবি-প্ৰতিভাৰ সুন্দৰ প্ৰকাশ ঘটিল। সেইবাবেই পণ্ডিত নেওগৰ বিচিত্ৰ বিষয়ৰ মূল্যবান গ্ৰন্থৰাজিৰ মাজতো তেওঁৰ কাব্য-গ্ৰন্থকেইখন দূৰণিৰ তৰাৰ পোহৰৰ দৰে জিলিকি আছে।

১৯৪৩ চনতেই প্ৰকাশিত "ৰক্তকমল" নামৰ কাব্য-গ্ৰন্থখনিৰ পিছতেই নেওগৰ "মুছাফিৰখানা", "সঞ্চাৰিণী দীপশিখা", "লাজবন্তী" আৰু "Under one Sky" নামৰ চাৰিখন কাব্য-গ্ৰন্থ প্ৰকাশ পায়। বিশেষকৈ, "মুছাফিৰখানা" আৰু "সঞ্চাৰিণী দীপশিখা"ৰ কবিতা-সমূহত কাব্যিক চিন্তা-চৰ্চাৰ বিকাশৰ পৰিচয় পোৱা যায়।

যুদ্ধোত্তৰ কালৰ আধুনিক অসমীয়া কবিতাৰ আলোচনা প্ৰসংগত আমাৰ প্ৰায়খিনি কাব্য সমালোচকেই পণ্ডিত নেওগৰ "অন্ত্যজা" কবিতাটোৰ কথা উল্লেখ কৰি আহিছে। অনেক অসমীয়া কাব্য সমালোচকে "অন্ত্যজা" কবিতাটোক মুক্তক ছন্দত ৰচনা কৰা প্ৰথম সাৰ্থক অসমীয়া কবিতা বুলি চিহ্নিত কৰিছে। এইষাৰ কথা সঁচা যে যুদ্ধোত্তৰ যুগৰ আধুনিক অসমীয়া কবিতাৰ ধাৰাত নেওগৰ "অন্ত্যজা"ই নতুন ছন্দসজ্জাৰ বাট মোকোলাই দিলে। সেইবাবে আধুনিক অসমীয়া

কবিতাৰ হেম বৰুৱা, অমূল্য বৰুৱা, ভৱানন্দ দত্ত আদি অগ্ৰণী কবি সকলৰ শাৰীতেই পণ্ডিত নেওগকো বহুৱাব লাগিব।

মুক্তক ছন্দত ৰচনা কৰা "অন্ত্যজা" কবিতাটোত বিক্ষিপ্ত হৈ আছে কবিৰ আনুভূতিক জীৱনক দোলা দি যোৱা স্মৃতি আৰু ভাবাবেগ। "চলন্ত গাড়ীৰ পৰা চকামকা কৰি দেখা এটি ক্ষণ"ৰ অন্ত্যজাৰ অপৰূপ যৌৱনে কবিৰ সংবেদনশীল মনত ৰেখাপাত কৰিছে আৰু বাস্তৱ জগতৰ দুখ-দৈন্যৰ মাজত লুতুৰি-পুতুৰি হোৱা আৰু সামাজিক বৈষম্যত জৰ্জৰিত সমাজ-জীৱনৰ দুৰ্দশাই কবিৰ মনক ভাবাক্ৰান্ত কৰি তুলিছে। কবি নেওগে কৈছে:

"ক্লেদময় দৰিদ্ৰতা
সমাজৰ হেয় চকু পৰা 'জাত'ৰ নীচতা
পৃথিৱীৰ অজ্ঞাত কোণৰ এই ঘোৰ
অন্ধকাৰ।"

উন্নত মানৱ সভ্যতাক লৈ গৌৰৱ কৰা এই পৃথিৱীৰ অজ্ঞাত কোণত থকা জাতি-ভেদৰ প্ৰতি থকা মানুহৰ সংকীৰ্ণ মনোভাৱক কবিয়ে প্ৰকাশ কৰিছে আৰু ইয়াত কবিৰ বাস্তৱবোধ জিলিকি উঠিছে। 'সাপৰ নেগুৰ যেন মুক্ত কেশৰাশি", "ৰঙা চন্দনৰ গুটি ওঁঠৰ পল্লৱ দুটি', "লেখনীৰ ঢৌ যেন মৃণাল ভঙ্গীৰ নিটোল নিতম্ব", "বীণাৰ কঁকাল যেন ক্ষীণ মধ্য-দেহ' আদি উপমাৰাজিত ৰমন্যাসিক যুগৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। কবিৰ মনত 'কুঁৱলীয়ে লেপি থোৱা জোনাকৰ দৰে" মধুৰ স্মৃতিৰ অন্ত্যজা হৈছে:

"তই
শিশিৰৰ নিশা সমাপ্তিৰ
বাস্তৱৰ পংক ভেদি উঠা ব্যথাক্লিষ্ট
পদুম-সপোন
লক্ষ্মীহীন সৌন্দৰ্যৰ লখিমী গোসাঁনী।'

'মুছাফিৰখানা' নেওগৰ আন এটা শ্ৰেষ্ঠ কবিতা। কোনো এক আলহী ঘৰত প্ৰৱেশ কৰি কবিয়ে খন্তেকৰ বাবে হ'লেও জীৱনত



গভীৰ প্ৰশান্তি অনুভৱ কৰিছে। বাস্তৱৰ জটিলতাই কবিৰ জীৱনক দুখময় কৰি তোলাৰ ইংগিত প্ৰকাশ পাইছে। সাংসাৰিক জীৱনৰ জ্বালাময় অৱস্থাটোক পাহৰি "আলহী ঘৰৰ সিক্ত নীৰৱ শূন্যতা"ৰ মাজত "নিৰুদ্বেগ শান্তিৰ আশ্বাস" বিচাৰি পাইছে।

"জিগিনী লগা জীৱনৰ" পথে পথে "বলিয়া ধুমুহা স'তে মিলনৰ, সহবসতিৰ স্মৃতি" কঢ়িয়াই ক্লান্ত হৈ পৰা কবিয়ে কৈছে:

"জীৱনত ক'ত ঘৰ আছে নিজাপি, শান্তিৰ? আছে যদি আছে চিনা-নিচিনাকে বহুত আলহী থকা মুছাফিৰখানা।"

আলহী ঘৰৰ নীৰৱ শূন্যতাৰ মাজত ইংগিতপূৰ্ণ শব্দেৰে প্ৰকাশ কৰা সাংসাৰিক যাতনাৰ অনুপস্থিতিত কবিয়ে জীৱনৰ আশাক সাৱটি লৈছে। এয়া আলহী ঘৰ:

'যাৰ দাঁত নাই বুকুত কামোৰা
যাৰ মাত নাই মিথ্যাবাদ ভৰা
যাৰ পেট নাই ৰাক্ষসী ক্ষুধাৰ"

জীৱনৰ ক্লান্তি, অৱসাদখিনি জোকাৰি দুদিনৰ আলহীঘৰত আকৌ এবাৰ পৰম উপলব্ধিৰে জীৱনক উভতি চোৱাৰ প্ৰয়াস কৰিছে কবিয়ে। এই কবিতাটোত এহাতে বাস্তৱৰ জটিল জীৱনৰ প্ৰতি থকা কবিৰ বীতৰাগ আনহাতে মুছাফিৰখানাৰ নীৰৱ শূন্যতাৰ মাজত জীৱনক গভীৰভাৱে আৰু সহজভাৱে গ্ৰহণ কৰাৰ অন্বেষণ জিলিকি উঠিছে।

পণ্ডিত মহেশ্বৰ নেওগে গৱেষণামূলক কাৰ্যৰ একান্ত ব্যস্ততাৰ মাজতো '৭০ ৰ পৰৱৰ্তী কালছোৱাত অনেক ভাল কবিতা ৰচনা কৰিলে। 'সঞ্চাৰিণী দীপশিখা"ৰ কিছু কবিতাই নেওগৰ কবি-প্ৰতিভাক উজলাই তুলিছে।

কবি নেওগে মানৱ জীৱনৰ উত্তৰণ আৰু পৰিপূৰ্ণতাৰ মাজত ফুলৰ সংজ্ঞা দাঙি ধৰি কৈছে:

'যি ফুল ফুলে জীৱনত
যি ফুলৰ নাম মানুহ
সেই ফুল ফুলি থকা প্ৰভাতত সন্ধিয়াত।"
(কি ফুলে ফুলালা)

"সঞ্চাৰিণী দীপশিখা" শীৰ্ষক কবিতাটোত আমাৰ চিনাকি সমাজ-জীৱনৰ সলনিৰ ৰূপটো আৰু অৱক্ষয়ৰ গতিটো প্ৰকাশ কৰিছে :

"ৰাইজৰ মাত সেঙেতাত গাপিছে :
হেজাৰ বছৰৰ খকৰামুকুটি খাই উখহা দিহা
নিজম পৰিছে,
সিৰামূৰি ধৰা হাতৰ ৰক্তধ্বজা খহি পৰিছে
ভৰিৰ ধূলিত।"

সেঙেতা, খকৰামুকুটি, সিৰামূৰি আদি পাহৰি যাবলৈ ধৰা আচল অসমীয়া শব্দবোৰ বুটলি আনি সাৰ্থক ৰূপত প্ৰয়োগ কৰিছে কবিতাত।

নেওগৰ অনেক কবিতাত দুখ-যাতনাৰে জৰ্জৰিত জীৱনৰ বিফলতাৰ মাজত জীৱনক পূৰ্ণাঙ্গৰূপত কৰ্মৰ যোগেদি গঢ়ি তোলাৰ উদাত্ত আহ্বান শুনা যায়। "আমাৰ দুখৰ নিছান" কবিতাত -'আমাৰ দুখৰ বোজা নমাই থ'ব খুজিছিলো মাটিত / সি আজি হ'ল ফুল' বুলি শ্ৰমৰ সাৰ্থকতা দাঙি ধৰিছে আৰু সেইবাবেই কৰ্মৰ যোগেদি জীয়াই থকাৰ বাবে সম্বলখিনি সঞ্চয় কৰাৰ কথা সোঁৱৰাই দিছে :

"..... শুনোঁৱাহি কৰ্মৰ আহ্বান।
দুৰ্ভিক্ষৰ আৰ্তনাদ মচি ঘৰে ঘৰে হ'ক
অন্নৰ সংস্থান।"

(জাগাঁ মাতৃ)

"যুৱমহোৎসৱৰ কবিতা"ত জীৱনক প্ৰকৃতাৰ্থত গ্ৰহণ কৰাৰ বাবে যৌৱনৰ অমিত শক্তিৰে বিফলতাখিনি গ্ৰহণ কৰাৰ বিপৰীতে জীৱন-চেতনাক জগাই তোলাৰ কথাৰে সকীয়াই দিছে এনেদৰে ঃ

"সখি,
জীৱনক মথি জীৱন জগোৱা, ধেমালি।"

পাৰ্থিৱ জগতখনৰ সকলো বস্তুৱেই যেন কবিক মাইলৰ পিছত মাইল অতিক্ৰম কৰি যোৱাৰ বাবে প্ৰেৰণা যোগাইছে। কবিয়ে জীৱনৰ



সন্ধানত যি পতাকাখন হাতত লৈ আগুৱাই গৈছে সেই পতাকাখন উত্তৰ-পুৰুষৰ হাতত গুজি দিবলৈ বাঞ্ছা কৰিছে। সেই পতাকাখন তুলি ধৰাৰ বাবে উত্তৰপুৰুষে শক্তি সঞ্চয় কৰে তাৰ বাবে কবিয়ে মুক্ত কণ্ঠে প্ৰকাশ কৰিছে ঃ

"মই ঢলি পৰিলে
মোৰ হাতৰ পতাকা তোমালোকৰ হাতত
গুজি দি ক'ম,
এই পতাকা যি হাতত
সেই হাতত যেন গজি উঠে তাক তুলি
ধৰা শক্তি।"

(মাইল আৰু মাইল)

জীৱনৰ অন্বেষণত যিসকলে কঠোৰ শ্ৰমেৰে সংগ্ৰাম কৰিছিল আৰু কবিতাৰ দৰে জীৱনটোকো শিল্প কৰি তোলাৰ বাবে সচেষ্ট হৈ পৰিছিল সেইসকলক কবিয়ে সহযাত্ৰী হিছাপে আঁকোৱালি ল'বলৈ বিচাৰিছিল ঃ

"সকলোকে ক'বা
মই তেওঁলোকৰ লগতে আছিলো
................
আৰু ক'বা মুখ খুলি
মাইলৰ পিছত মাইল আছে,"

কবি Robert Frost য়ে কৈছে—"But I have promises to keep/And miles to go before I sleep" কবি নেওগৰ "মাইল আৰু মাইল" কবিতাটোত কবি Frost ৰ উক্ত পংক্তিটোৰ ক্ষীণ প্ৰতিধ্বনি এটা শুনিবলৈ পোৱা যায়।

স্বদেশ আৰু স্বজাতিৰ অতীতৰ ইতিহাস সুঁৱৰি বৰ্তমানে কবি ম্ৰিয়মান হৈ পৰিছে। দেশৰ সকলোতে বঞ্চনাৰ ইতিহাস গঢ়ি উঠা দেখিবলৈ পাইছে। "কোন কবি মোৰ কবি হ'ব ?" শীৰ্ষক দীঘলীয়া কবিতাটোত মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা স্বাধীনতা

সংগ্ৰাম, পৰাধীনতাৰ শিকলি ছিঙি স্বাধীন দেশত কোটি কোটি দৰিদ্ৰ জনতাৰ মুক্তিৰ বাণী প্ৰচাৰ কৰাৰ কথা আৰু স্বাধীনতা লভাৰ পিছত দেশৰ জনতাৰ বঞ্চিত জীৱনৰ সীমাহীন দুৰ্দশাৰ কথা কোৱা হৈছে। স্বাধীন দেশত ভণ্ডামি আৰু শোষণৰ ৰাজত্ব দেখি "গুজৰি-গুমৰি মনত উঠিছে অলেখ প্ৰশ্নৰ ধাৰ/সোধোঁ সোধোঁ বুলি সুধিব পৰা নাই/সেনাপতিসকলক, কিবা হ'ল সেই পূৰ্বৰ অঙ্গীকাৰ।"

দেশৰ স্বাধীনতা দেশবাসীৰ বাবে নিৰৰ্থক হৈ পৰাত কবি বিচলিত হৈ পৰিছে আৰু কবি-সমাজক দেশৰ লুণ্ঠিত স্বাধীনতাৰ কথা ক'বলৈ, বঞ্চিত জনতাৰ জীৱনৰ কথা ক'বলৈ আহ্বান জনাইছে :

"তুমি তাৰ কথা 'কোঁৱা'
তুমি তাৰ গান গোৱা
তুমি তাৰে পূৰ্ণাহুতি ঢালি মহামেধ
জ্বালি তোলা।"

এই কবিতাটোত ৰমন্যাসিক যুগৰ অসমীয়া কবিসকলৰ স্বদেশ প্ৰেমৰ ভাৱধাৰাৰ সুস্পষ্ট হৈ পৰিছে ; যদিওবা জনতাৰ জাগৰণৰ বাবে বিদ্ৰোহৰ বাণী শুনাবলৈ কবি সক্ষম হোৱা নাই। "মই সাৰে আছো/তুমি যদিহে নোকোৱা, ময়ে কৈ দিম" বুলি কবিয়ে জন-জাগৰণৰ শুভ দিনটোৰ বাবে অপেক্ষা কৰিছে।

নেওগৰ কেইবাটাও কবিতাত গাওঁলীয়া জীৱনৰ প্ৰতি থকা প্ৰীতিৰ ভাৱ প্ৰকাশ পাইছে। অতীত-স্মৃতি ৰোমন্থনে কবিৰ মন আলোড়িত কৰি তুলিছে। এদিন গাঁৱৰ চহা জীৱনৰ সৰলতাই কবিক আঁকোৱালি লৈছিল আৰু সেই সৰল আৰু চিনাকি পৰিবেশে অনুপ্ৰাণিত কৰিছিল আৰু কবিৰ কোমল মনলৈ গভীৰ প্ৰশান্তি কঢ়িয়াই আনিছিল। 'কাক ভাল পাইছিলো' নামৰ কবিতাটিত আধুনিক নগৰীয়া জীৱনৰ ক্লান্তি আৰু অৱসাদৰ মাজত তাহানিৰ গধূলিৰ গো-বাটৰ ধূলি উৰুৱাই উভতি অহা গৰুৰ জাকৰ সৈতে গৰখীয়াহঁতৰ কথা, ঢাপত গোন্ধাই থকা ধুতুৰা ফুপাহ, বৰটেঙা নেমু জুজোপা, নামঘৰৰ বুঢ়া ডাঙৰীয়া



আদিৰ বৰ্ণনা দাঙি ধৰি কৈছে :

"আৰু ভাল লাগিছিল জানা
নতুন বালিত যদি আহি বালিমাহী নাচে
নাৰ-বাট মাছবোৰে পাৰলৈ ফুলজাৰি
মাৰে
চিনাকি দিখৌও যদি
নতুন নতুন কিবা যেন নতুন গোন্ধায়"
(কাক ভাল পাইছিলো)

দিখৌ কবিৰ জীৱনৰ চিনাকি নৈ। "সেই নৈ ইমান আপোন"ত এৰি অহা দিনৰ সাঁচতীয়া মনৰ স্মৃতিকথাবোৰ জুকিয়াই লৈ কবিয়ে হেঁপাহেৰে সেই নৈখনৰ কাষলৈ উভতি যোৱাৰ বাবে মনৰ উদ্দাম বাসনাক দাঙি ধৰিছে :

"এই নৈ সেই নৈ জানো একেখনি নৈ ?
আকৌ পামনে বাৰু ? আকৌ যামনে ?"
(সেই নৈ ইমান আপোন)

"কিমান দিখৌ গ'ল অংগে অংগে মোৰ ঠেলা মাৰি" বুলি কৈ কবিয়ে দিখৌৰ পাৰত বুটলি লোৱা জীৱনৰ আনন্দ আৰু অভিজ্ঞতা-খিনিক সুঁৱৰিছে। "পম খেদি খেদি চেঁচোৰ বিচৰা", "পথাৰত ৰঙা ৰঙা বুটা তোলা গৰুখচবোৰ", "একাঁঠুৱা পানী-যুৱলীত ভৰিৰ গাঁঠিত খোঁটা চেংেকনাবোৰ", মাঘৰ বিহুৰ মেজিৰ গীত আদিৰ কথা কবিৰ মনলৈ আহিলেও পৰিৱৰ্তিত জীৱনৰ শংকা আৰু দ্বিধাই কবিক বাৰে বাৰে আগচি ধৰিছে। বিষাদগ্ৰস্ততাৰ মাজত কবিয়ে কৈছে :

"আকৌ যামনে বন্ধু ? আকৌ পামনে ?
মোক হয় চিনিকে নাপাব
ৰঙা ৰঙা ফুল সিঁচা বাঘৰ আঁচোৰ লগা
শিমলুজোপাই"

চিত্ৰধৰ্মিতা আৰু ধ্বনি-ব্যঞ্জনাই কবিতাটোৰ কাব্যিক সৌন্দৰ্যৰ বিকাশ ঘটাইছে। সংবেদনশীল ভাষাৰ মাজত কবিৰ চিন্তাৰ স্বচ্ছতা আৰু মনৰ গভীৰতা উজলি উঠিছে।

"আজি তাহানিৰ দৰে" আন এটা কবিতাত নেওগে নৈসৰ্গিক জগতৰ ছবিখন আঁকি কৈছে—"চোতালৰ আগৰে জাতি বাঁহে জুপি/ আহিনী বতাহত লৰে,/বাঁহৰ পাতেদি পিছলি পিছলে/সাঁজলি নিশাৰ জোন/আজি তাহানিৰ দৰে/ আজিও নিয়ৰ সৰে/তাহানি কালৰ দৰে।" আজিৰ কোনোবা আধুনিক কবিয়ে খেজুৰী গছৰ পাতৰ ফাঁকেদি পূৰ্ণিমাৰ জোনটো দেখাৰ দৰে কবি নেওগেও "সাঁজলি নিশাৰ জোন"টো দেখা পাইছে গাৱঁৰ বাঁহগছৰ পাতৰ ফাঁকেদি।

এই কবিতাটোত লোক-জীৱনৰ সাধুকথাৰ তেজীমলা, তেজা আৰু কমলা কুঁৱৰীৰ কথা উল্লেখ কৰিছে। ইংগিতপূৰ্ণ বাক্যৰ যোগেদি কবিয়ে দুখ বিষাদ আৰুবা জীৱনৰ জটিলতাখিনিকেই দাঙি ধৰিছে :

"শুকান পুখুৰীত বুৰি মই মৰোতে
কুঁৱৰী কেনিবা গ'ল ?"
(আজি তাহানিৰ দৰে)

বিশাল জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰে পণ্ডিত নেওগে সৰু বৰ অনেক কবিতা ৰচনা কৰিলে। প্ৰায় সৰহখিনি কবিতাতেই আত্মভূতিক জীৱনৰ কঁপনি লাগি আছে যদিও কবিয়ে কোনোদিনেই বাস্তৱ-জীৱনক উপেক্ষা কৰা নাই। নৈসৰ্গিক জগতৰ বিভিন্ন ঋতুৰ কথা কওঁতে "তেতিয়া চাগৈ চহৰৰ আছদুৱা বিদুতলিত বিলাতী সাজ আৰু/সাজ-পানীৰ উজান উঠিব।" (নাহৰৰ চিঠি-পাত এখিলা) বুলি কৈ পৰিৱৰ্তিত সমাজৰ বাস্তৱ-ৰূপটোক দাঙি ধৰিছে।

আমি এই নিবন্ধত পণ্ডিত নেওগৰ সমগ্ৰ কবিতাখিনি আলোচনা কৰাৰ কথা চিন্তা কৰা নাই আৰু সেইখিনি কৰাৰো আমাৰ সামৰ্থ নাই বুলিয়েই অনুভৱ কৰিছোঁ। নেওগৰ কিছু কবিতা আলোচনাৰ বাবে হাতত তুলি লওঁতে আমি দেখিবলৈ পাইছো যে বিস্তৰ নিভাঁজ থলুৱা শব্দৰ প্ৰয়োগ নেওগৰ কবিতাৰ এক বিশেষত্ব। "জিগিনী লগা জীৱন", কুঁৱলীয়ে লেপি থোৱা জোনাক", "নিকুটুম সংসাৰ", "নিবুকাৰ মাত ফুটা", "টোকোৰা পঁজা", "জীৱন-জীওৱা নাম",



"জাও বন যেন তোমাৰ চুলি", "চপৰা কুঁৱলী ফালি", "ভক্ ভক্ বগা ফুলবোৰ", "কেঁহেৰাজ বঁটা আৰু লেকেচি কাপেৰে" আদি নিভাঁজ থলুৱা শব্দেৰে ৰচনা কৰা চিত্ৰকল্পসমূহে কবিৰ বক্তব্যক যথাৰ্থভাৱে দাঙি ধৰিবলৈ সক্ষম হৈছে। আন কিছুমান সৰু কবিতাত তীৰ্যক প্ৰকাশভংগী আৰু ব্যঙ্গোক্তি মন কৰিবলগীয়া।

মহেশ্বৰ নেওগ আধুনিক অসমীয়া কবিতাৰ এক বিশিষ্ট আসনত সমাসীন। গৱেষণামূলক কাৰ্য আৰু পাণ্ডিত্যপূৰ্ণ আলোচনাৰ দৰেই তেখেতে কবিতাৰ ছন্দ আৰু ধ্বনিৰ মাজেদিও বিচাৰিছিল জীৱনৰ পৰম সত্যৰ সন্ধান। সেয়ে, পণ্ডিত নেওগে কবিতাৰ ভাষাৰে কৈছে ঃ

'সকলোকে ক'বা, —
মই তেওঁলোকৰ লগতে আছিলো
যিসকলে জীৱনৰ ছন্দক কবিতা কৰিবলৈ
পাঙিছিল।"

সঁচাকৈয়ে পণ্ডিত নেওগ অসমীয়া কবিতাৰ জগতখনত কবি সকলৰ লগতে আছিল আৰু থাকিব।

●

# ডঃ মহেশ্বৰ নেওগ আৰু অসম সাহিত্য সভা

## সতীশ চন্দ্ৰ চৌধুৰী

'অসম সাহিত্য সভাৰ লেখীয়া এটি মহৎ অনুষ্ঠানৰ সভাপতিৰ উত্তুংগ পদলৈ এই নিছলাক বিশ্বস্তসূত্ৰে জানিব পৰা মতে বিপুল ভোটাধিক্যৰে তুলি দি আপোনালোকে অযোগ্যক দেৱৰ দুৰ্লভ জাতীয় সন্মানৰ গৰাকী কৰিছে আৰু নিতান্ত ঋণী কৰিছে।"

এয়া হ'ল অসম সাহিত্য সভাৰ মঙলদৈ অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰাৰ পিছত এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ পণ্ডিত ডঃ মহেশ্বৰ নেওগদেৱৰ মিনতি বচনৰ কিয়দাংশ। চৰ্বিতচৰ্বন সত্ত্বেও উল্লেখ কৰোঁ যে অসমীয়া সাহিত্যৰ কেউটি ধাৰাতে নিজৰ অপৰিসীম পাণ্ডিত্যৰ স্বাক্ষৰ ৰাখি থৈ যোৱা ডঃ নেওগ দেৱে ওৰেটো জীৱন অসম সাহিত্য সভাৰ 'চলন্ত গতি' অপ্ৰতিহত ৰাখিবলৈ অহোপুৰুষাৰ্থ চেষ্টা কৰিছিল। পদ্মনাথ-লক্ষ্মীনাথৰ নিচিনা উনবিংশ শতিকাৰ শ্ৰেষ্ঠতম কাণ্ডাৰীসকলে জাতীয় অনুষ্ঠানৰ পূৰ্ণ মৰ্যাদা আৰু গাম্ভীৰ্য প্ৰদান কৰাৰ প্ৰায় দুকুৰি বছৰ পিছত সভাৰ গুৰুত্বপূৰ্ণ দায়িত্ব কান্ধ পাতি লৈছিল এইজনা মনীষীয়ে। তেওঁৰ মেধা, পাণ্ডিত্য, চিন্তাধাৰা কাৰ্যৰ পৰিধি আছিল সম্পূৰ্ণ স্বকীয়া। "সৎ সাহিত্য সৃষ্টি আৰু দৃষ্টিত উছাহ উদগনি যোগোৱা" তথা ইয়াৰ বাবে এক উৰ্বৰ পৰিবেশ তৈয়াৰ কৰাৰ বাবে তেওঁ সততে সচেষ্ট আছিল। একমাত্ৰ সেইবাবে তেওঁৰ হাতত অসম সাহিত্য সভাই লাভ কৰিছিল এটি পূৰ্ণ বিদ্যায়তনিক ৰূপ।

আধুনিক ইউৰোপীয় চিন্তা আৰু অভিধাৰ আলোকেৰে এদিন ভাৰতীয় সভ্যতা সংস্কৃতি শিল্পকলা সাহিত্য, বিজ্ঞান দৰ্শন আদিৰ অনুসন্ধান প্ৰক্ৰিয়া আৰম্ভ হৈছিল। এই অনুসন্ধান প্ৰক্ৰিয়াকেই



ইন্দলজি বা প্ৰাচ্যতত্ব বুলি কোৱা হয়। ডঃ নেওগে তেওঁৰ চিন্তাক নিবিষ্ট কৰিছিল এই আধুনিক ধাৰাৰ মাজেৰে। সেইবাবেই তেওঁক প্ৰাচ্যতত্ত্ববিদ বুলি প্ৰত্যেকেই স্মৰণ কৰো। অসমৰ একমাত্ৰ সু-প্ৰাচীন বিদ্যায়তনিক জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই এহাতে যেনেদৰে সকলো প্ৰকাৰৰ ৰাজনৈতিক ধ্যানধাৰণাৰ পৰা নিজক উৰ্দ্ধত ৰাখি অহাৰ গৰ্বেৰে গৰিত একেদৰে জাতীয় জীৱনৰ যোগ্যতম কৰ্ণধাৰ-সকলক ইয়াৰ শ্ৰেষ্ঠতম আসন দি নানা বৈচিত্ৰ্যৰ মাজেৰে গঠিত অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া তৰান্বিত কৰা আৰু জাতীয় জীৱনৰ বুনিয়াদ সুদৃঢ়কৰণৰ চিন্তাটো নিমগ্ন। ১৯৬০ চনত মিৰ্জাত অনুষ্ঠিত সভাৰ অধিবেশনত ডঃ নেওগদেৱক প্ৰধান সম্পাদকৰ গুৰু দায়িত্ব দুটা বছৰৰ বাবে অৰ্পণ কৰা হৈছিল। দক্ষতা আৰু কৰ্মনিষ্ঠাৰ বাবে ১৯৬১-৬৩ চনত গোৱালপাৰা অধিবেশনে তেওঁক পুনৰ একে দায়িত্ব অৰ্পণ কৰে। ১৯৬৩ চনত ডিগবৈত অনুষ্ঠিত অধিবেশনে পুনৰ তেওঁক ১৯৬৪-৬৫ চনৰ বাবে প্ৰধান সম্পাদকৰ দায়িত্ব দিয়ে। ১৯৬৮ আৰু ১৯৭২ চনত ক্ৰমে তেজপুৰ, ধুবুৰী অধিবেশনত তেওঁ সভাৰ উপ-সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে।

১৯৭৪ চনত তেওঁ সভাৰ সভাপতিৰূপে নিৰ্বাচিত হয়। লেখাৰ প্ৰাৰম্ভতে এই সন্মানৰ অধিকাৰী হোৱাৰ লগে লগে কৰা তেওঁৰ বিনয়োক্তি উদ্ধৃত কৰা হৈছে। তদুপৰি মঙলদৈ অধিবেশনৰ বিশাল জনসমুদ্ৰক সম্বোধি তেওঁ ব্যক্ত কৰিছিল— অসম সাহিত্য সভাক আপোনালোকে নিথকৰা নকৰিব, এই অনুষ্ঠানক অসম কৰি ৰাখক, সাহিত্য সভা কৰি ৰাখক। তেতিয়া হ'লেহে এই প্ৰতিষ্ঠানে নিজৰ ওপৰত ন্যস্ত দায়িত্ব পালন কৰি দেশৰ প্ৰয়োজন সাধিব পাৰিব।' অসম সাহিত্য সভাই চৰম ভূমিকা সম্পৰ্কে বিতং আলোচনাৰ অন্তত তেওঁ আহ্বান জনাইছিল— সাহিত্য সভাৰ আজি চৰম ভূমিকা হ'ব সকলো সাহিত্যিক আৰু সাহিত্যসেৱীকে লৈ নিজে এক সৎসাহিত্য সৃষ্টি কৰা আৰু তেনে সাহিত্য সৃষ্টিত বাস্তৱ অনুপ্ৰেৰণা যোগোৱা। ভাৰতৰ

সাহিত্যিক জগতখনত নিজৰ অস্তিত্ব অনুভৱ কৰোৱা আৰু নিজকে প্ৰতিষ্ঠা কৰাও অৱশ্যে কৰ্তব্য হৈ পৰিছে। বাহিৰৰ পৰা দুজন সাহিত্যিক আমাৰ মাজলৈ এদিন এবেলালৈ আনিলে আৰু নিজ গুণৰ বলত আমাৰ দুজন গৈ বাহিৰত দেখা দি আহিলেই এই কাৰ্য্য সাধিত নহয়। অসম সাহিত্য সভাক অসমীয়া ভাষা-সাহিত্য বিষয়ক সৰ্বভাৰতীয় অনুষ্ঠানৰূপে ভাৰতীয় মানসত সংস্থাপন কৰাৰ উপায় চিন্তা কৰিবৰ হৈছে। সেই উপায় সভাই উদ্ভাৱন কৰক। নানা জনজাতিৰ ঐতিহ্যৰে চহকী অসমীয়া জাতিৰ জীৱনৰ যি বিৰাট ৰূপ আমাৰ সাহিত্যত আজি অপ্ৰকাশিত হৈ ৰৈছে। তাৰ বিষয়ে আমাৰ মাজত আলাপ-আলোচনা হওক, তাৰ বিষয়ে অধ্যয়ন হওক, আমাৰ সাহিত্য সংগীতকলাত তাৰ অভিব্যক্তি জীৱন্ত হৈ প্ৰতিভাত হওক। তেতিয়া হ'লেহে অসম স্ব- মহিমি প্ৰতিষ্ঠিত হ'ব, অসম সাহিত্য সভা গৌৰ-ৱামণ্ডিত এটি জগতৰ আদৰণীয় অনুষ্ঠান হ'ব। সেই অতুল অসম আৰু সাহিত্য সভাকে কামনা কৰেঁ।"

উজনি অসমৰ প্ৰখ্যাত সন্দিকৈ পৰিয়ালৰ কৃতী সন্তান চিৰ-পুজ্য পুৰুষ, দানবীৰ ৰাধাকান্ত সন্দিকৈদেৱে আগবঢ়োৱা মহান দানেৰে এদিন অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় প্ৰতিষ্ঠা হৈছিল। অসমৰ সমাজ জীৱনৰ দ্ৰুততৰ পৰিবৰ্তন আৰু পৰিবৰ্তনৰ ফল স্বৰূপে এদিন গুৱাহাটী চহৰ উত্তৰ-পূৰ্বাঞ্চলৰ সকলো অংশৰ সংযোগ বিন্দুলৈ পৰ্য-বশিত হৈ পৰিছিল। হয়তো সেইবাবে গুৱাহাটীত এটি সাহিত্য সভা ভৱন নিৰ্বাচনৰ কথা ডঃ নেওগ দেৱৰ চিন্তা ৰাজ্যত থুপীকৃত হৈছিল। তেখেতৰ একনিষ্ঠতা আৰু অসমীয়া কাব্য জগতৰ মহৎ মনীষা পাৰ্বতি-প্ৰসাদ বৰুৱাৰ ৫০,০০০ টকাৰ দানৰ বিনিময়ত ১৯৬৩ চনৰ ৭ এপ্ৰিল তাৰিখে তেতিয়াৰ অসমৰ ৰাজ্যপাল বিষ্ণু সহায়ে ভগৱতী-প্ৰসাদ বৰুৱা ভৱনৰ শাইখুটা থাপনা কৰিছিল। স্মৃতি চাৰণত ডঃ নেওগদেৱে উল্লেখ কৰিছে.... পাৰ্বতি ককাইদেউৰ লগত তেওঁৰ ৫০,০০০ টকা দানৰ চুক্তিপত্ৰ তৈয়াৰ কৰা হ'ল। তেতিয়া



৫০,০০০ ৫০,০০০ একলাখ টকাৰে গুৱাহাটীত অসম সাহিত্য সভাৰ ঘৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ হ'ব। সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাত প্ৰস্তাৱটি গৃহীত হ'ল যদিও দুই এজনে মনৰ শংকা গুচাব নোৱাৰিছিল। তেতিয়া ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱে-ষণা আৰু সাহিত্য পৰিক্ৰমা বিভাগৰ মন্ত্ৰী, মোৰ পূৰ্ব-পৰিচিত অধ্যাপক হুমায়ুন কবীৰক লগ ধৰি ভাৰত চৰকাৰৰ অনুদানৰ মাত্ৰা ৫০,০০০ লৈ তোলা হ'ল। সোনকালেই গৃহ-নিৰ্মাণ আঁচনি তৈয়াৰ কৰাৰ আয়োজন হ'ল। এই বিষয়ত কলিকতীয়া আৰ্কিটেক্টৰ লগত আলো-চনা কৰিবৰ কাৰণে কলিকতাৰ বিখ্যাত ব্ৰডওৱে হোটেলত বহি পাৰ্বতি ককাইদেউৰ লগত আমাৰ একোখন সৰু সভা বহিছিল। সেই সভাত আৰ্কিটেক্টৰ ছবিবোৰ লৈ আলোচনা কৰা হৈছিল আৰু আলোচনাৰ অন্তত আৰ্কিটেক্টৰক ঘৰৰ সম্পূৰ্ণ এটি মডেলো তৈয়াৰ কৰিবলৈ দিয়া হৈছিল। আৰ্কিটেক্টৰে দিয়া চিত্ৰ অনুসৰি ঘৰ তৈয়াৰ কৰিবলৈ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে পাতি দিয়া ভগৱতী প্ৰসাদ বৰুৱা ভৱন গৃহ নিৰ্মাণ সমিতিয়ে গৃহ নিৰ্মাণ আৰম্ভ কৰে। ডঃ নেওগ দেৱৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফল স্বৰূপে ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ হয় আৰু ১৯৬৫ খ্ৰীষ্টাব্দৰ ২ জানুৱাৰী তাৰিখে সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ অধ্যাপক ডঃ বাসুদেৱ শৰণ অগ্ৰৱালে এক বৰ্ণাঢ্য অনুষ্ঠানত ভৱনৰ দ্বাৰ উদঘাটন কৰে।

১৯৮০ খ্ৰীঃৰ ২৫ অক্টোবৰৰ কাৰ্যনিৰ্বাহকৰ সিদ্ধান্ত মৰ্মে অসম সাহিত্য সভাই সভাৰ যোৰহাটত নিৰ্মীয়মান ৰাধাকান্ত সন্দিকৈ ভৱনত প্ৰতিষ্ঠা কৰিবলৈ লোৱা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰীয় বিদ্যা-সদনৰ সঞ্চালক অধ্যাপক স্বৰূপে ডঃ নেওগ দেৱক দায়িত্বৰ নিৰ্বাহ কৰি-বলৈ অনুৰোধ জনোৱা হয় তেওঁ সেই দায়িত্ব আন্তৰিকতাৰে গ্ৰহণ কৰে। জীৱনজোৰা সাধনাৰ বাবে পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱৰ পিছতে দ্বিতীয় জনা হিছাপে সভাৰ সৰ্বোচ্চ সন্মান সদস্যমহীয়ান হিছাপে ১৯৮৮ খ্ৰীঃৰ ১ অক্টোবৰ তাৰিখে ডঃ নেওগদেৱক বৰণ কৰা হয়।

... যোৱা ১৩ ছেপ্তেম্বৰ তাৰিখে পৰলোক গমনকৰা ডঃ নেওগদেৱে যেনেদৰে সভাৰ সৰ্বোচ্চ সন্মান লাভ কৰিছিল, তেনেদৰে তেখেত আছিল সকলো সময়তে সভাৰ সকলো বিষয়ৰ পৰামৰ্শদাতা তথা চিন্তাৰ ক্ষেত্ৰত আগৰণুৱা এগৰাকী তৃণমূল পৰ্যায়ৰ নিস্বাৰ্থ নিষ্ঠামান সেৱক। তেওঁৰ মহাপ্ৰয়াণত ভাৰতবৰ্ষই হেৰুৱালে এগৰাকী আগশাৰীৰ পণ্ডিত, অসমবাসীয়ে হেৰুৱালে জাতিৰ এগৰাকী আগশাৰীৰ কাণ্ডাৰী তথা অসম সাহিত্য সভাই হেৰুৱালে আজীৱন অসম সাহিত্য সভাৰ হকে ত্যাগ স্বীকাৰ কৰি অহা সৰ্বস্তৰৰ সেৱক তথা উপদেষ্টা।



---

সংক্ষিপ্ত, মূল দ্ৰষ্টব্য ঃ আজিৰ অসম ২৩, ৯, ৯৫

---

অসম সাহিত্য সভাৰ লগত নেওগৰ সম্পৰ্কৰ বিষয়ে সোধাত তেখেতে কয় ঃ

“সেই বিষয়ে ক'বলৈ গ'লেতো এখন মহাভাৰতেই হয়। মানে বহুতো কথা। তথাপি মানে এইটোৱেই কও যে মই সাধাৰণ সভ্য হিচাপে, প্ৰধান সম্পাদক হিচাপে আৰু সহকাৰী সভাপতিৰূপে আৰু শেষত সভাপতিৰূপে ইয়াৰ বিষয়বাব ভোগ কৰিছিলো বুলিয়েই ক'ব খোজোঁ। আৰু এইদৰে কৰোতে যিমানপাৰো এই অনুষ্ঠানটোৰ কাৰ্য কৰিবৰ কাৰণে যত্ন কৰিছিলো অৱশ্যে এইটো সকলোৰে পৰা সমাদৰ পাইছিলো যে মই সম্পাদক থকা সময়ত বিশ্ববিদ্যালয়ৰ এজন প্ৰবক্তা হিচাপে, বিশ্ববিদ্যালয়ৰ এজন শিক্ষক হিচাপে, তাৰ যিটো academic ৰূপ সেইটো দিবলৈ যত্ন কৰিছিলো আৰু সেইটো দিব পাৰিছিলো। আৰু সেইটোৱেই মোৰ প্ৰধান সিদ্ধি বুলি মই আশা কৰো বা ভাবো।”

(ডঃ বীৰেন্দ্ৰ নাথ দত্ত আৰু ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামীৰ সাক্ষাৎকাৰ, গৰীয়সী, ডিচেম্বৰ / ৯৫)

## ডঃ নেওগৰ নিবন্ধ সাহিত্য (পুৰণি ভাগ)

ড° নাৰায়ণ দাস

অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ বিদগ্ধ পণ্ডিত, প্ৰাচ্যতত্ত্ববিদ, ডঃ মহেশ্বৰ নেওগে অসমীয়া আৰু ইংৰাজী ভাষাৰ মাধ্যমত ৰচনা কৰি গৈছে— অগণন নিবন্ধ। পুৰণি আৰু আধুনিক অসমীয়া ভাষা, সাহিত্য, সমাজ আৰু সংস্কৃতিৰ বিভিন্ন দিশত পোহৰ পেলাই ৰচনা কৰা হ্ৰস্ব-দীৰ্ঘ অৱয়বৰ নিবন্ধমালাই অসমীয়া সাহিত্যক যে ভালেখিনি চহকী কৰিছে, তাক দোহাৰিবৰ প্ৰয়োজন নাই। ডঃ নেওগে অসমীয়া আৰু ইংৰাজী ভাষাত কেইশ নিবন্ধ প্ৰকাশ কৰি গ'ল, তাৰ সম্পূৰ্ণ তালিকা বৰ্তমানলৈ প্ৰকাশ পোৱা নাই। ড° মুকুন্দ মাধৱ শৰ্মা সংকলিত Dr. Maheswar Neog— A Profile and A Short Bibliography' (1994) অসমীয়া আৰু ইংৰাজী উভয় ভাষাত লিখা ২৯০ টা বিভিন্ন বিষয়ৰ নিবন্ধক প্ৰথম বিষয় অনুযায়ী তালিকাভুক্ত কৰাৰ প্ৰযত্ন শলাবলগীয়া। সন্দেহ নাই, জয়জয়তে আলোচনী অথবা সাময়িকীত প্ৰকাশ পোৱা ডঃ নেওগদেৱৰ কিছু সংখ্যক প্ৰবন্ধ পৰবৰ্তী কালত পুস্তককাৰে প্ৰকাশ পায়। বৰ্তমানৰ চমু লেখাটোত ডঃ নেওগে পুৰণি অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ সন্দৰ্ভত অসমীয়া ভাষাত লিখা নিবন্ধগুচ্ছৰ এটি চমু চিনাকি দাঙি ধৰা হ'ল।

শংকৰী সাহিত্য-সংস্কৃতিৰ ওজা ডঃ নেওগৰ সৰহ সংখ্যক প্ৰকাশিত নিবন্ধই শংকৰদেৱৰ জীৱন আৰু কৃতিক কেন্দ্ৰ কৰি ৰচনা কৰা। দৃষ্টান্ত স্বৰূপে ‘শংকৰদেৱৰ সাহিত্যত এভুমুকি’ (আৱাহন, ৮।১০, ১৮৫৯ শক), ‘শংকৰদেৱৰ নাটকত কৃষ্ণ চৰিত্ৰ’ ( আৱাহন, ২২ বৰ্ষ, ১৮৬১ ),

'শংকৰদেৱৰ সাহিত্য প্ৰতিভা (আৱাহন, ১৮৬১), 'বাৰকুৰি বৰগীত' (সুৰভি, দ্বিতীয় বছৰ, ৬-৭ সংখ্যা, ১৮৬৮), 'কীৰ্তন ঘোষাৰ মংগল-চৰণ শ্লোক' (বাঁহী, ৩২ বৰ্ষ, ২৪-২৫ সংখ্যা, ৪৯৭ শংকৰাব্দ), 'কালিয় দমন নাট' (বাঁহী, ৪৯৭ শংকৰাব্দ), 'অংক আৰু ঝুমুৰা-জাল আৰু সচাঁ' (পছোৱা, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৪৮), 'অসমীয়া নাটৰ জন্ম কথা' (পছোৱা, ১/৫, অক্টোবৰ, ১৯৪৮), 'শংকৰদেৱৰ সাংস্কৃতিক দান' (অসমীয়া, ভাদ্ৰ, ১৮৭০), 'বৰগীতৰ অনুকূল' (পছোৱা, ৯/১০, মে ১৯৪৯), 'অংকীয়া নাটৰ টেকনিক' (সৌমাৰ জ্যোতি, ১/৫, ভাদ, ১৮৭২), 'শংকৰদেৱৰ কাব্য' (ৰামধেনু ৩।২, ১৮৭২), 'কথাশিল্পী শংকৰদেৱ' (নামধৰ্ম, ১২, ৫০৩ শংকৰাব্দ), 'সমসাময়িকৰ দৃষ্টিত শ্ৰীশংকৰ (সত্যসন্ধা, ১৯৭১), 'গুৰুজনাৰ আশীৰ্বাদ' (অসমীয়া ১৮৭০), 'শংকৰদেৱৰ ৰস' (আৱাহন, ২৫।৩, ১৮৭৬) আৰু 'শংকৰদেৱৰ অসমীয়া নাট' (আৱাহন, ৩৭।৬, ১৮৮৮) নাম একে উশাহতে ল'ব পাৰি। 'সুৰভি'ত প্ৰকাশিত 'বাৰকুৰি বৰগীত' নিবন্ধই তৎকালীন অসমৰ লব্ধ-প্ৰতিষ্ঠ সাহিত্যিক আৰু সংগীতজ্ঞৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। বৰগীতত তেওঁ এটা এটাকৈ পাঁচটা প্ৰধান বৈশিষ্ট্যৰ কথা বৰ্ণাই অৱশেষত তাৰ সংজ্ঞা নিৰূপণ কৰিছে এনেদৰে— 'বৰগীত সাংসাৰিক জগতৰ প্ৰেম কাহিনীৰ পৰা সম্পূৰ্ণ মুক্ত, আধ্যাত্মিক ভাৱৰ উপাসনা প্ৰসংগৰ গীত। তদুপৰি ই মহাপুৰুষ বিৰচিত হ'ব লাগিব। এনে প্ৰকাৰে বিবেচনা কৰিলে বৰগীতৰ এটা শ্ৰেণী নুবুলি এক পঞ্জী বা থুপ বোলাহে সমীচীন হ'ব যেন লাগে।' অংকীয়া নাটৰ জন্মকথাত চিহ্ন যাত্ৰা আৰু অংকৰ সৃষ্টি, সংস্কৃত ৰূপকৰ সৈতে ইয়াৰ সাদৃশ্য সংস্কৃত ৰূপকৰ অভিনয়েৰে অংকীয়া নাটৰ সাদৃশ্য-বৈসাদৃশ্য প্ৰভৃতি প্ৰণালীবদ্ধ ৰূপত আলোচনা কৰিছে। বৈষ্ণৱ গুৰু শংকৰদেৱ যে সাহিত্যৰো গুৰু আছিল আৰু তেৰাৰ ৰচনা আৰু ব্যক্তিত্বৰ প্ৰভাৱ সমসাময়িক ব্ৰাহ্মণ অব্ৰাহ্মণ উভয়ে নতশিৰে স্বীকাৰ কৰি লৈছিল। তাৰ বস্তুনিষ্ঠ তথ্যভিত্তিক আলোচনাৰে সমৃদ্ধ হৈছে— "সমসাময়িকৰ দৃষ্টিত শ্ৰীশংকৰ" নিবন্ধটি।



মহাপুৰুষ শংকৰদেৱৰ লগতে মহাপুৰুষ মাধৱদেৱ প্ৰমুখ্য বৈষ্ণৱ যুগৰ অন্যান্য কবি কথাকাৰ-নাট্যকাৰ সকলৰ জীৱন আৰু সাহিত্য-কৃতিৰ সন্দৰ্ভতো ডঃ নেওগ এমুঠি আলোকসন্ধানী নিবন্ধ প্ৰকাশ কৰি গৈছে। এনে নিবন্ধৰ ভিতৰত মাধৱ বান্ধৱ' (উদয়াচল, ১৮৬৮), 'অসমীয়া পীতাম্বৰ কবিক লৈ বঙালীৰ কচ্যা-আঁজোৰা' (ৰামধেনু, ৩।৭ ১৮৭২), ভট্টদেৱৰ সম্প্ৰদায় আৰু শৈলী (আৱাহন, ৩০ সংখ্যা, ১৮৮৯), 'কথাৰ সাগৰ ভৱানীপুৰীয়া গোপাল আতা' (আৱাহন, ২৪।৭, ১৮৭৯), 'মাধৱদেৱৰ সম্পৰ্কে দুটিমান প্ৰশ্ন' (অ. সা স পত্ৰিকা, ২৩।২, ১৮৭৬), ফল্গুযাত্ৰা নাটৰ শ্লোক সম্পৰ্কে দুআষাৰমান (অসম সাহিত্য সভা পত্ৰিকা, ১৮।৩, ১৮৮১), কংসাৰি বিপ্ৰ আৰু তেওঁৰ অৰণ্য পৰ্ব (আৱাহন, ১৮৮১), ৰামসৰস্বতীৰ গুৰু (দক্ষিণ কোল, ১৯৬০), মাধৱদেৱৰ ৰচনাত শিশু কৃষ্ণ (জোনবিৰি ১৯৬২), আদি উল্লেখযোগ্য। 'পূৰ্বাকাশ' সাময়িকীৰ বিছু সংখ্যাত প্ৰকাশিত শুভংকৰ কৱিৰ ৰচনাৰ কাল'ত হস্তমুক্তাৱলীৰ সন্দৰ্ভত নতুন তথ্য ভালেখিনি প্ৰকাশ পাইছে।

পুৰণি অসমৰ নৃত্য-নাট্য, সংগীত আৰু চিত্ৰকলাৰ বিষয়েও ডঃ মহেশ্বৰ নেওগে এমুঠিমান প্ৰবন্ধ ৰচনা কৰি পিছলৈ সিবোৰত নতুন তথ্য আৰু চিন্তাৰ আধাৰত অসমীয়া আৰু ইংৰাজী ভাষাত গ্ৰন্থৰূপ দি দেশী বিদেশী পণ্ডিতমণ্ডলীৰ ভূয়সী প্ৰশংসা লাভ কৰাটো উল্লেখযোগ্য। এনে নিবন্ধৰ ভিতৰত 'অসমীয়া নৃত্যকলা' (ঝংকাৰ, ১৯৫৪), 'মধ্যযুগৰ অসমত সংগীত কলা আদি' (ৰামধেনু, ৯।৫, ১৮৭৯), "চিত্ৰ ভাগৱত'ৰ আলোচনা" (ৰামধেনু, ৩।৬, ১৮৭২), 'বৰগীত আৰু শাস্ত্ৰীয় সংগীত' (অ. সা. স. পত্ৰিকা, ৩৬।২, ১৮৭৯), 'সত্ৰীয়া নাচ শাস্ত্ৰীয় নৃত্য?' (চিত্ৰৱন, ১।৯), অসমৰ চিত্ৰকলা (আৱাহন, ২১ বৰ্ষ, ১৯৬১), 'সত্ৰীয়া আৰু ওজাপালি নৃত্যৰ ধ্ৰুপদী স্বীকৃতি' (দৈনিক অসম, পূজা সংখ্যা, ১৮৯১) আৰু "অসমৰ মাৰ্গ সংগীত" (সংলাপ, ১৯৭২)ৰ নাম উল্লেখ কৰিবলগীয়া। উপৰি উক্ত চিন্তা উদ্ৰেক কাৰী নিবন্ধসমূহৰ আধাৰতে পৰৱৰ্তীকালত ডঃ নেওগদেৱৰ লেখনিৰে

নিগৃত হৈছে -'Theatrical Traditions in Assam' (ঝংকাৰ, ১৯৫৫), 'Three classical Dance Satyles of Assam' (1960 'Traditions of classical Music in Assam' (1957), 'Dance Traditions of Assam' (1958), 'The Art of Painting in Assam' (1958), The Vaisnave Music of Assam' (1958), 'The Art of Illuminating Literary Texts' (1961), প্ৰভৃতি ইংৰাজী নিবন্ধ আৰু 'Rhythm in the Vaishnava Music of Assam' (১৯৬২), 'Sattriya Dances and Their Rhythms সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া ন্যৃতৰ তাল, প্ৰভৃতি বিখ্যাত গ্ৰন্থ। ভাৰত নাট্যম্, কথাকলি, মণিপুৰী, কথক আদি ধ্ৰুপদী নৃত্যৰ লগতে যক্ষগান, ভাগৱত মেল্ল, কুছিপুড়ি, ওড়িযী প্ৰভৃতি নৃত্যই ধ্ৰুপদী স্বীকৃতি পোৱাৰ পিছত আমাৰ অসমৰ সত্ৰীয়া নৃত্য আৰু ওজাপালিকো ধ্ৰুপদী আৰু ঐতিহ্যগত নৃত্যৰ শাৰীত স্থান দিবলৈকে ডঃ নেওগে সঞ্চালনীভাৱে কৰা প্ৰযত্নৰ স্বাক্ষৰ হ'ল 'সত্ৰীয়া আৰু ওজাপালি নৃত্যৰ ধ্ৰুপদী স্বীকৃতি' নিবন্ধটি। পুথিচিত্ৰত অসম দেশ পৰিমৰা নহয়। পুৰণি অসমীয়া পুথিচিত্ৰৰ কিছুসংখ্যক চিত্ৰ আৰু স্বল্পায়বৰ নিবন্ধ 'আৱাহন', 'বৰদৈচিলা' প্ৰমুখ্য কেইখনমান সাময়িকীৰ যোগেদি প্ৰকাশ পাইছিল যদিও গুৰুত্বপূৰ্ণ এই বিষয়টিৰ বিষয়ে লিখা প্ৰথম উল্লেখযোগ্য নিবন্ধ হ'ল — ডঃ নেওগৰ 'অসমৰ চিত্ৰকলা' নিবন্ধটি। সত্ৰীয়া নৃত্য, ওজাপালি প্ৰভৃতিত বহুল ব্যৱহৃত টুপীটোক "মোগলাই টুপী" বোলাৰ ঐতিহাসিক আৰু কাৰিকৰী আলোচনা বিবৃত হৈছে। "মোগলাই টুপী" (নীলাচলত প্ৰকাশিত) ত ইয়াৰ ইংৰাজী ৰূপটো হ'ল— The So-called Mughal gear in Art and in use in Assam' (1969)।

মধ্যযুগৰ অসমৰ ধৰ্ম সাধনাৰ বিষয়েও ডঃ মহেশ্বৰ নেওগে ভালে সংখ্যক নিবন্ধ ৰচনা কৰি গৈছে। এনেকৈ ৰচনা কৰা ইংৰাজী নিবন্ধৰ অসমীয়া ভাঙনি-সংকলন হ'ল— পুৰণি অসমীয়া সমাজ আৰু



সংস্কৃতি (১৯৫৭), অসমীয়াত প্ৰকাশিত এই জাতীয় নিবন্ধৰ ভিতৰত 'অসমৰ এটি গুপ্ত সম্প্ৰদায় ৰাতীয়া (১৯৫০), 'মধ্যযুগৰ অসমত বৈষ্ণৱ ধৰ্ম' (অ সা. স. পত্ৰিকা ১৫।৩, ১৮৭৮) আৰু "ভগৱান বুদ্ধৰ বাণী আৰু অসম" (অসম বাণী, ৰঙালী বিহু সংখ্যা, ১৮৮৭)।

পুৰণি অসমৰ ইতিহাস, অভিলেখ আৰু স্থাপত্য ভাস্কৰ্যৰ সম্পৰ্কেও ডঃ মহেশ্বৰ নেওগে পাণ্ডিত্যপূৰ্ণ আলোচনা আগবঢ়াই যোগ্য-জনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। এনে নিবন্ধৰ ভিতৰত 'পূৰ্ব ভাৰতৰ শাসনাৱলী অধ্যয়নৰ তাৎপৰ্য'ৰ নাম সৰ্বাগ্ৰে উল্লেখনীয়। এই নিবন্ধত শাসন তাৎপৰ্য ব্যাখ্যা কৰি মধ্যযুগীয়া অসমত উদ্ধাৰ হোৱা অসংখ্য অভিলেখত ব্যৱহাৰ হোৱা বিভিন্ন প্ৰকাৰৰ কৰ-কাটলৰ পৰিচয়েৰে বিভিন্ন শাসনত উল্লিখিত সংক্ষিপ্ত ৰূপৰ ব্যাখ্যা দি অৱশেষত ফলিসমূহত প্ৰয়োগ হোৱা অংক সমূহ বিভিন্ন শব্দেৰে কেনেদৰে প্ৰকাশ কৰা হৈছে তাৰ সবিশেষ দাঙি ধৰিছে। "ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ তিনিখন তামৰ ফলি" (অ. সা. স পত্ৰিকা, ২৯।১), 'বৰমূৰ্তিয়া বিল তাম্ৰপত্ৰ' (প্ৰকাশ, জুলাই ১৯৭৬), "সদিয়া চেপাখোৱা তাম্ৰলিপি" সংজ্ঞা, ২।২), প্ৰভৃতি অভিলেখিক নিবন্ধয়ো মধ্যযুগৰ অসমৰ ভালেখিনি নতুন তথ্য পোহৰলৈ অহাৰ সুযোগ দিছে। 'হাজোৰ দ'ল-দেৱালয়' আৰু 'মায়ামৰীয়াৰ বুৰঞ্জী' মধ্যযুগীয় অসমীয়া সংস্কৃতি অধ্যয়নৰ মনোৰম প্ৰকাশ।

এনেদৰে দেখা যায় যে ডঃ মহেশ্বৰ নেওগৰ এলানি আলোক সন্ধানী, যুক্তিনিষ্ঠ নিবন্ধই পুৰণি অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিস্তীৰ্ণ ক্ষেত্ৰক প্ৰণালীবদ্ধ ৰূপত চোৱাৰ সুযোগ দিছে। ডঃ নেওগদেৱৰ নিবন্ধৰ বৈশিষ্ট্য এইখিনিতেই, কিয়নো প্ৰকৃত গৱেষণাই নতুন গৱেষণাৰ পথ প্ৰশস্ত কৰি তোলে।

# খুৰাদেউৰ ৰগৰ

## জীৱন মাধুৰী নেওগ বৰা

নিচেই সৰুতেই মাতৃহীনা হোৱা আমাক পিতাদেৱেই ডাঙৰ দীঘল কৰিছিল। সেয়ে পিতাদেউ আমাৰ বাবে সকলো আছিল,— মাতৃ পিতৃ, শিক্ষাগুৰু আনকি বন্ধুও। সেই পিতাদেউৰ মাত্ৰ পয়ষষ্ঠি বছৰ বয়সত অকাল মৃত্যু হোৱাত আমি দুখ-শোকত কাতৰ হৈ পৰিছিলোঁ। এই শোকৰ উপশম ঘটাবলৈ আমি পিতাদেৱে শিকাই দিয়াৰ দৰে নাম ঘোষাৰে প্ৰাৰ্থনা কৰিছিলোঁ সন্ধিয়াবোৰত – সৰুৰে পৰাই। পিতাদেউৰ মৃত্যুৰ পিছত আমাৰ বাবে দিনবোৰ বিশেষকৈ গধূলিবোৰ বৰ ভয় লগা আৰু যন্ত্ৰনাদায়ক আছিল। এটা সময়ত আমাৰ দিশপুৰৰ ঘৰ 'আজলীতৰা'ত মই আৰু ভাইটি 'বদন' অকল-শৰীয়া হৈ গৈছিলোঁ। গধূলিবোৰ আমাৰ বাবে বৰ কষ্টকৰ আছিল। ভয়তে ইজনে সিজনৰ লগ নেৰিছিলো। ইটো কোঠাৰ পৰা সিটো কোঠালৈ যাওঁতেও ইজনৰ পিচে পিচে সিজন ঘূৰি ফুৰিছিলো। চকুলো-বোৰ দুয়ো দুয়োৰো পৰা লুকুৱাবলৈ যত্ন কৰিছিলোঁ। এই ভয় আৰু দুখৰ পৰা সকাহ পাবলৈ আমি পিতাদেৱে সৰুতে আইদেউৰ ছবিৰ আগত প্ৰাৰ্থনা কৰিবলৈ শিকোৱাৰ দৰে ড্ৰইং ৰুমত থকা তেওঁলোক দুয়োজনৰে ছবিৰ আগত বহি প্ৰাৰ্থনা ঘোষা গাবলৈ আৰম্ভ কৰোঁ।

এনেকুৱা এটা গধূলি আমি দুয়ো সুৰ লগাই নামঘোষা গাইছিলোঁ। কান্দোনবোৰ চেপি ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰি ডাঙৰ ডাঙৰ কৈ নাম গাইছিলোঁ। নামৰ মাজতে আমাৰ মাত থোকা থোকি হৈ গৈছিল। এটা সময়ত মোৰ ভঙা ভঙা মাতটো আৰু ভাইটিৰ উচুপনিৰ শব্দহে আছিলগৈ। সেই সময়তে হঠাৎ কলিং বেলটো বাজিল। আমি মুদি থকা চকুযোৰ মেলি ইজনে সিজনলৈ চালোঁ, কিন্তু



ঘোষাটো সম্পূৰ্ণ নোহোৱা বাবে উঠি নগলোঁ। আকৌ এবাৰ কলিং বে'ল বাজিল আৰু লগে লগে দুৱাৰত সৰু সৰুকৈ টোকৰ পৰিল। দুয়ো একে সময়তে দুৱাৰলৈ ঘূৰি চালো। হঠাৎ দেখিলো দুৱাৰৰ ওপৰৰ ভেন্টিলেটৰেদি এখন হাত সোমাই আহিছে দুৱাৰৰ চিটকিনি/ বল্টুটো খুলিবলৈ। ভয়ত আমাৰ মুখ শুকাই গ'ল। লৰালৰিকে প্ৰাৰ্থনা শেষ কৰি দুয়ো থিয় হ'লো। দুৱাৰখন মেলি চাৱে ছফুট অবয়ব এটি কোঠাৰ ভিতৰত ভৰি দিছে। ....'খুৰাদেউ !! ' আনন্দত দুয়ো প্ৰায় একেলগেই চিঞৰি উঠিলো। ক্ষন্তেকতে মনৰ দুখ-ভয় অন্তৰ্ধান হ'ল। 'ওঁ। মোৰ বাহিৰে নো আন কোনে এনেকৈ ভেন্টি-লেটেৰে হাত সুমুৱাই দুৱাৰ মেলিবলৈ সাহস কৰিব ? মেলিবলৈ ঢুকি নো পাব কোনে ?' খুৰাদেৱে মুখত দুষ্টালিভৰা হাঁহিটোৰে ক'লে। 'আমি বে'ল শুনিছিলো। দুৱাৰৰ টোকৰও। কিন্তু প্ৰাৰ্থনা শেষ হোৱা নাছিল বাবে .... ।" "জানো।" খুৰাদেৱে ক'লে। 'বাহিৰৰ পৰাই তোমালোকে ঘোষা গোৱা শুনিছো। মই ভাবিলো তোমালোকে দুৱাৰ বন্ধ কৰি ভিতৰত 'ঈশ্বৰ'ক প্ৰাৰ্থনা কৰিছো আৰু মই 'মহা-ঈশ্বৰ' দেখোন বাহিৰতে বহুত সময় থিয় দি আছো। সেইকাৰণে নিজেই ভিতৰলৈ সোমোৱাৰ ব্যৱস্থা কৰি ল'লো। ভাল কৰিলোনে ?' আমি বৰ স্ফূৰ্তি পাইছিলো খুৰাদেউৰ এনেকুৱা ধেমালিবোৰত।

এইজনেই আমাৰ ডাঙৰ খুৰাদেউ ডঃ মহেশ্বৰ নেওগ। খুৰাদেউ খুব ৰসিক আৰু ধেমেলীয়া স্বভাৱৰ। তেওঁলোকৰ তিনিওজন ককাই-ভাই. পিতাদেউ ডিম্বেশ্বৰ নেওগ, ডাঙৰ খুৰাদেউ মহেশ্বৰ নেওগ আৰু সৰু খুৰাদেউ মোক্ষেশ্বৰ নেওগেই বৰ সুন্দৰ ৰসিকতা কৰি কথা কয়। ইমান ব্যস্ততাৰ মাজত, ইমান তত্ত্বগধুৰ চিন্তা-চৰ্চাৰ মাজতো যে কেনেকৈ ধেমালি কৰে আচৰিতেই লাগে।

খুৰাদেৱে প্ৰায়ে জালুকবাৰীৰ পৰা আমাৰ দিশপুৰৰ 'আজলীতৰা' লৈ আমাৰ লগত থকাকৈ আহিছিল। আহোঁতে তেওঁৰ গাড়ীৰ পিচৰ আসনখন কিতাপ. কাগজ, ফাইলেৰে ভৰি আহিছিল। আহিয়েই

হাত-মুখ ধুই আমাৰ লগত বহি চাহ-তাহ খাওঁতে আমাৰ খা-খবৰবোৰ লোৱাৰ লগতে নানা-ধৰণৰ কথা বতৰাও পাতোঁ আমি। তাৰ পিছত কিতাপ-পত্ৰবোৰ মেলি লয়। লিখা-মেলা কৰাৰ বাবে তেওঁক আমাৰ পঢ়া মেজ ব্যৱহাৰ কৰিবলৈ কওঁ। তেওঁ কেতিয়াবা কৰে যদিও, কেতিয়াবা কয়—'তোমালোকে নিজৰ নিজৰ মেজত লিখা-পঢ়া কৰাগৈচোন। মই মোৰ মেজ খনতে কৰোঁ আজি।' খুৰাদেউৰ পঢ়া মেজ!. সেইখন দেখোন তেওঁৰ জালুকবাৰীৰ ঘৰতহে আছে!! অলপ পিছত দেখো, তেওঁ বিছনাৰ ওপৰত লেপেটা কাঢ়ি বহি লৈছে। কোলাৰ ওপৰত ওপৰা উপৰিকৈ দুটা গাৰু। 'চোৱা মোৰ মেজখন' —খুৰাদেৱে ওঁঠত হাঁহি বিৰিঙাই কয়। আমি খুব হাহোঁ। খুৰাদেউৰ পাঞ্জাবী চোলাটো মানুহজন ওখ বাবে বিৰাট দীঘল। 'হেঙাৰ'ত ওলোমাই থলে মাটিত প্ৰায় লাগি থাকে। আন্ধাৰত বগা পাঞ্জাবীটো মানুহ এজন থিয় হৈ থকাৰ দৰেই লাগে। আমি কথাটোত ৰস পাওঁ বাবে খুৰাদেৱে কয়— 'ভালহে, আমি শোওঁতে আমাৰ ৰখীয়া হৈ থিয় হৈ থাকিব। তেওঁৰ চোলাৰ জেপটোও যথেষ্ট দীঘল বাবে আমি সেইটো খুৰাদেউৰ 'চলন্ত কাৰ্যালয়' বুলি কওঁ। তেওঁ জেপৰ পৰা পে'ন, পেঞ্চিল, ছাবি, টুপি, কিতাপ, ন'ট বুক আনকি ফল্ডিং ছাটিটো পৰ্যন্ত উলিওৱা চাবলৈ আমি বৈ থাকোঁ।

খুৰাদেৱে প্ৰায়ে সৰু ভাইটি 'বদন ক জোকাই থাকে। সৰুতেই পিতাদেউ আইদেউ দুয়োজনকে হেৰুৱা বাবে ভাইটি বৰ স্পৰ্শকাতৰ। সদায় পিতাদেউৰ লগত শুই অহা বদনে পিতাদেউ ঢুকুৱাৰ পিছত সৰু-সুৰা চেলু লৈয়ে ঠেঁহ পাতে। কান্দেও। খুৰাদেৱে তেওঁৰ মন ভুলাব-লৈকে কিবা-কিবি কৈ জোকাই থাকে। মাজে মাজে ভাইটিয়ে মন বেয়া লগা বাবে লেপখন কাণে-মূৰে লৈ মনে মনে কান্দি শুই থাকেগৈ। মই মাতি মাতিও ভাত খুৱাবলৈ উঠাব নোৱাৰিলে খুৰাদেৱে মৰমেৰে জগাই চায়। তেতিয়াও নুঠিলে খুৰাদেৱে লেপেৰে সৈতে তেওঁক দাঙি আনি খোৱা মেজৰ ওচৰত বহুৱাই দিয়েহি। দৃশ্যটো ইমান হাঁহি



উঠা হয় যে 'বন'ৰো দুখ কান্দোন কেনিবা যায়।

এদিন ভাইটি ৰনে পঢ়া সময়ত পঢ়া মেজত বহি কবিতা এটা ৰচনা কৰি আছিল। খুৰাদেৱে পিচফালৰ পৰা ঘনে ঘনে গৈ আধা লিখা কৰিতাটোত থপিয়াই লৈ আহি ডাঙৰ ডাঙৰ কৈ আবৃত্তি কৰিবলৈ ধৰিলে। বনে পিচে পিচে দৌৰি চিঞৰি কাগজখন আজুৰি আনিবলৈ চেষ্টা কৰিলে। দুয়ো ডাইনিং টেবুলখনৰ চাৰিওফালে দৌৰা-দৌৰি কৰি থাকিল। চাৰে ছফুট ওখ খুৰাদেউৰ পিচে পিচে কিশোৰ, দৃশ্যটো চাবলগীয়া হৈছিল। আমি হাঁহি হাঁহি উপভোগ কৰিছিলো।

এনেকৈয়ে খুৰাদেৱে বহুত বাৰ বহুত দুখৰ চকুলো আমাৰ শুকুৱাই দিছিল। আমাকো প্ৰায়ে তেওঁ তেওঁৰ জালুকবাৰীৰ কোৱাৰ্টাৰলৈ থকাকৈ লৈ গৈছিল। পিতাদেউৰ লগত খুৰাদেউৰ কাম-বনৰ ইমান মিল আছিল। পিতাদেউৰ দৰেই খুৰাদেউও নিচেই পুৱাতেই উঠিছিল। দুয়ো মুকলিত বহি লিখা-মেলা কৰিবলৈ আৰু পুৱাৰ চাহ কাপ খাবলৈ ভাল পাইছিল। পিতাদেৱে সৰু বাৰীখনৰ ৰবনীয়া ঘাঁহ-বনবোৰ চিকুনাই সুন্দৰ কৰি থৈছিল। খুৰাদেৱে চোতালত ভৰি পৰা কঠালৰ পাতবোৰ লাঠি এডালৰ জোঙা আগটোৰে খুচি খুচি তুলি আঁতৰাই চোতালখন পৰিস্কাৰ কৰি থৈছিল। এবাৰ জাৰৰ দিনত খুৰাদেৱে তেওঁৰ জালুকবাৰীৰ ঘৰত গা ধুবলৈ গৰম পানী বিচাৰিছিল। মই বাৰান্দাত বহি কিতাপ-পঢ়ি থাকোঁতে দাঁতিতে পানী এবাল্টি থৈ দিছিলো। সেইখিনি দেখুৱাই দিওঁতে খুৰাদেউৰ চকুযোৰ আনন্দত জল-মলাই উঠিছিল— 'ৰ'দত তপত কৰা পানী? তুমি এইটো বুদ্ধিনো কেনেকৈ জানিলা?' 'পিতাদেৱে কেতিয়াবা এনে-কৈয়ে ব্যৱহাৰ কৰিছিল।' খুৰাদেউৰ ওঁঠত হাঁহি বিৰিঙি গৈছিল— 'অ' মই ভাৱিছিলো এইটো 'চিক্ৰেট' মই হে জানো। দাদা আৰু মোৰ আৱিস্কাৰ আছিল এইটো।'

খুৰাদেউ পাতিয়ালাত থাকোঁতে প্ৰায়ে মোলৈ চিঠি লিখিছিল। চিঠিবোৰত পাতিয়ালা বিশ্ব-বিদ্যালয়ৰ বিষয়ে, ভৱনটোৰ বৰ্ণনাৰে,

ছাত্ৰ-ছাত্ৰীবোৰৰ বিষয়ে, ওচৰ পাজৰৰ মানুহবোৰৰ জীৱন-জীৱিকাৰ বিষয়ে, তাৰ তিক্ততাসকলৰ কাম-কাজ, সামাজিক মৰ্যদা আৰু থকাৰ ধৰণ আদিৰ বিষয়ে বৰ সৰস ভাষাৰে লিখিছিল। প্ৰত্যেখন চিঠিতে এষাৰ কথা আছিলেই— "তোমালোক এবাৰ আহাঁচোন জোন! বৰ ভাল পাবা।' ...সেই সময়ত তালৈ যাব নোৱাৰা দুখটো মোৰ এতিয়াও আছে।

বিদেশৰ পৰা ঘূৰি অহাৰ পিচত সেই দেশৰ, সেই মানুহৰ কথা খুৰাদেৱে কি কি কৰিলে কেনে লাগিল, ক'লৈ ক'লৈ গ'ল সকলো কথা সাধুৰ দৰে আমাক কৈ গ'ল। খুৰাদেৱে কথা কোৱা ধৰণটো সদায় ধেমেলীয়া আছিল। আমি হাঁহি হাঁহি শুনি আছিলো। এবাৰ খুৰাদেৱে ক'লে— 'জানা, জাৰ্মানীত তেওঁলোকে মোৰ গা-ৰ বৰণটোৰ খুব প্ৰশংসা কৰিছিল।' মই খুক্‌খুকাই হাঁহি কৈছিলো— "কিন্তু খুৰাদেউ, তুমি দেখোন বে'চ ক'লা!!" খুৰাদেৱে চশ্‌মাজোৰৰ ওপৰেৰে মোলৈ চালে। ওঁঠত সেই হাঁহিটো লাগিয়েই আছিল। —'সেইকাৰণেই তো ইমান ভাল পালে। তুমি তালৈ গ'লে মোতকৈও বেচি প্ৰশংসা পাবা, কাৰণ তোমাৰ গাৰ বৰণ মোতকৈও বেচি ক'লা তো!' —খুৰাদেৱে লগে লগে উত্তৰ দিলে। খং উঠা যেন দেখুৱাব খুজি, কিন্তু হাঁহি দিছিলো জোৰে।

এই প্ৰখ্যাত শিক্ষাবিদ্ বিদগ্ধ পণ্ডিত জনৰ মই আৰু এটা বিষয়ৰ শিক্ষয়িত্ৰী আছিলো। গাড়ী চলোৱাৰ শিক্ষা তেওঁক ময়েই দিছিলো। খুৰাদেৱে পিতাদেউৰ গাড়ীখনৰ দৰেই একে এখন ফিয়েট্ গাড়ী কিনিছিল। একে মডেলৰ, একে ৰঙৰ দুয়োখন। খুৰাদেউ আমাৰ দিশপুৰৰ 'আঞ্জলীতৰা'ত থাকোঁতে ৰাতিপুৱাই মোক জগায়— গাড়ী চলাবলৈ শিকাই দিবলৈ। তেওঁক মই আমাৰ সন্মুখৰ জি, এচ, ৰোডৰ পৰা জু ৰোডলৈকে গাড়ী শিকাওঁ। কেতিয়াবা তেওঁৰ ফিয়েট্ খন লৈ, কেতিয়াবা আমাৰ ফিয়েট্‌খন লৈ। খুৰাদেৱে মন দি শিকে আৰু যেনেকৈ যিটো কওঁ, তেনেকৈয়ে কৰি যায়। বাটত যেতিয়া



মানুহবিলাকে আমালৈ চায়, খুৰাদেৱে সেই দুষ্টালি ভৰা হাঁহিটো মাৰি মোক কয় 'চোৱা জোন, মানুহবিলাকে ভাবিছে তুমি হে মোৰ পৰা গাড়ী চলাবলৈ শিকিছা বুলি।' খুৰাদেৱে সোনকালেই গাড়ী চলাব পৰা হ'ল।

আমাৰ ঘৰত থাকোঁতে খুৰাদেউৰ বিছনাখন কিতাপ কাগজেৰে ভৰি থাকে। ৰাতি শুবৰ সময়ত সেইবোৰ একফলীয়াকৈ থৈ খুৰা দেৱে শুবলৈ লৈ মোক কয়,— 'জোন, মই এতিয়া আৰু স্বৰ্গী হ'লো দেই?' আমি যে ইমান হাঁহো খুৰাদেউৰ এনেকুৱা ধেমেলীয়া কথা বোৰত! বৰ স্ফুৰ্তি পাওঁ।

যোৱা ৭ চেপ্তেম্বৰত একাশী বছৰীয়া জন্মদিনৰ শুভেচ্ছা জনোৱা খুৰাদেউ মাত্ৰ এসপ্তাহৰ পিছতে নিঃশেষ হৈ গ'ল। খুৰাদেউৰ সেই হাঁহি লাগি থকা ওঁঠ যুৰি চিৰদিনৰ বাবে নিথৰ হৈ গ'ল। সেই ধেমালিৰে আমাক হহুৱাই থকা খুৰাদেউ চিৰদিনৰ বাবে নিমাত হৈ গ'ল। এইদৰে নিস্তব্ধ, নিমাত, নিঃশেষ হৈ যোৱা 'মহা-ঈশ্বৰক' ঈশ্বৰে আৰু জীৱনীশক্তি ঘূৰাই দিবও নোৱাৰিলে। খুৰাদেউক হেৰুৱাই আমি আমাৰ হাঁহিবোৰো হেৰুৱাই পেলালো যেন।।

# সত্ৰীয়া গীত—পদৰ গ্ৰন্থ আৰু ডঃ নেওগ

ডঃ নৰেন কলিতা

ডঃ মহেশ্বৰ নেওগে অসমৰ সত্ৰীয়া গীত-পদৰ বিষয়ে কেইবা-খনো মূল্যবান গ্ৰন্থৰ অৱিহণা দি থৈ গৈছে। এইবোৰক প্ৰকাশকৰ কালানুক্ৰমত সজালে তালিকাখন হব ঃ স্বৰেখাত বৰগীত (১৯৫৮), ৰীদম্ ইন্ বৈষ্ণৱ মিউজিক অব্ আচাম (১৯৬২), শ্ৰীহস্তমুক্তাৱলী (১৯৬৪) আৰু সত্ৰীয়া নৃত্য আৰু নৃত্যৰ তাল (১৯৭৩)। ইয়াৰ ভিতৰত অকল শ্ৰীহস্তমুক্তাৱলীৰে তিনিটা বেলেগ বেলেগ সংস্কৰণ সম্পাদনা কৰা কথাটোৱে সেইখনৰ গুৰুত্বকে সূচনা কৰে। উল্লেখ-যোগ্য যে শ্ৰীহস্তমুক্তাৱলী নাচৰ অকল হাতৰ ওপৰত শুভংকৰ কৱিয়ে লিখা এখন প্ৰখ্যাত গ্ৰন্থ।

অসমত সত্ৰীয়া-পদে এক বিশাল ঐতিহ্য সৃষ্টি কৰিছিল। কিন্তু ইয়াৰ বিশালতা আৰু সমাজ-জীৱনত মাৰ্গ-সংগীত হৈয়ো গণ-সংগীত হিছাপে সত্ৰীয়া নৃত্য-গীতৰ প্ৰভাৱৰ তুলনাত এই ঐতিহ্যৰ ধাৰক বুলি একেআষাৰে চিনাকি কৰি দিব পৰাকৈ কোনো বিশিষ্ট শিল্প-গ্ৰন্থ ৰচিত হোৱা নাছিল। ইয়াৰ কাৰণ হিছাপে অনুমান কৰিব পাৰি যে এই ধাৰা সংগীতে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত সত্ৰীয়া আৰু সত্ৰীয়া মূল্যবোধৰ পৰিক্ৰমাত বিভাজনব্যৰ্থ হিছাপে সোমাই পৰা অস-মীয়া সমাজ-জীৱনত এনে এক গণভিত্তি পাইছিল, যিকাৰণে সমাজত অবিৰত চৰ্চা-অনুশীলন হৈ থকাত ইয়াৰ বিষয়ে কোনো সুকীয়া শিল্পগ্ৰন্থ ৰচনাৰ প্ৰয়োজন হয়তো অনুভূত হোৱা নাছিল। গীত-মাত-ৰাগ-সুৰ সত্ৰীয়া আৰু গএগ্ৰা ওজাসকলৰ জীৱনত বিকল্প জীৱন-পদ্ধতি হৈ পৰিছিল। কাৰণবোৰৰ ভিতৰত ধৰ্মীয় সংস্কাৰ অন্য এটা কাৰণ



আছিল। "পুৰণা গায়ন-বায়নসকলে লিখিব নাপায় বুলি তালৰ বোল লিখিবলৈ নিদিয়ে" (স্বৰেখাত বৰগীত, পৃঃ ২৯)। কিন্তু এই ধৰণৰ সংস্কাৰে সততে বাধা দিছিল বুলি ক'ব নোৱাৰি, কিয়নো সত্ৰীয়া আৰু গএগ্ৰা কোনো কোনো ওজাই ভাওনাৰ বচনৰ মহুৰাৰ লেখীয়াকৈ তাল বোলৰ আৰ্যা নিলিখাকৈ থকা নাছিল। হলেও এই আৰ্যাবোৰ থুপাই লৈ শিল্পগ্ৰন্থ বুলি ক'ব নোৱাৰি। এখন সাৰ্থক শিল্পগ্ৰন্থ হ'ব পৰাকৈ এইবোৰে শিল্পৰূপটোৰ কৰণকৌশল ধৰি ৰখা নাই। কিন্তু সমাজ সদায় একেদৰে নাথাকে; আৰ্যা লিখাৰ প্ৰয়োজন তেতিয়াই আহি পৰিল, যেতিয়া শিল্পৰূপটো ক্ৰমে প্ৰসস্ত হবলৈ ধৰিলে। আনফালে শিল্পৰূপ একোটাৰ চৰ্চা-অনুশীলনৰ প্ৰকট ধাৰাটো ধীৰে ধীৰে শিথিল হৈ পৰাত আৰু সেই একেটা কাৰণতে বিচক্ষণ ওজাৰ অভাৱে শিল্পগ্ৰন্থ লিখিব পৰা ব্যক্তিৰ অভাৱ প্ৰকট কৰি তুলিলে।

ওপৰৰ কথাখিনি অৱতাৰণা কৰাৰ কাৰণ হৈছে সমাজত সত্ৰীয়া গীত-পদ চৰ্চাৰ ক্ষেত্ৰত অৱসাদ অহাত আৰু সেইকাৰণেই এই শিল্পৰূপটোৰ অৱক্ষয় ঘটিবলৈ ধৰাত দেখদেখকৈ প্ৰয়োজন হ'ল ইয়াৰ ৰূপ আৰু কৰণকৌশলৰ বৈশিষ্ট্য বিচাৰ কৰাৰ। এইটো সত্ৰীয়া গীত-পদৰ ক্ষেত্ৰতে যে হৈছিল এনে নহয়, ভাৰতৰ ভিন ভিন অঞ্চলত থকা সকলো মাৰ্গীয় শিল্পৰূপৰ ক্ষেত্ৰতো ঘটিছিল। ভাৰতৰ মুক্তি আন্দোলনে সমাজত যি জাতীয়-চৈতন্যৰ উন্মেষ ঘটাইছিল, তাৰেই আলোড়নত শতিকাটোৰ প্ৰায় ত্ৰিশৰ দশকৰ পৰা নৃত্য গীতৰ দৰে সাংস্কৃতিক উপকৰণবোৰ, সিহঁতৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্যৰে সৈতে বিচাৰ-খোচাৰ কৰাৰ এটা ঢৌ ভাৰতৰ প্ৰায় প্ৰতিটো অঞ্চলত গা কৰি উঠিছিল। অসমত এই ঢৌটোৰ পৰ্যাপ্ত চিটিকনি স্বৰাজোত্তৰ কালতহে পৰিছিল আৰু অসমৰ মাৰ্গ-সংগীতৰ ঐতিহ্য বিচাৰ-খোচাৰ কৰিবলৈ অসম সংগীত নাটক একাডেমীৰ দৰে অনুষ্ঠানৰ জন্ম হৈছিল। অনু-ষ্ঠানটোৱে পাতি দিয়া বৰগীত-গৱেষণাৰ সমিতিখনত ডঃ মহেশ্বৰ নেওগে সচিব হিচাপে গুৰু দায়িত্ব লৈছিল। অসমৰ মাৰ্গ-সংগীতৰ ঐতিহ্য

বিচাৰ কৰাৰ সেই যি দায়িত্ব গ্ৰহণ কৰিলে, তেতিয়াৰে পৰাই তেখেতে সত্ৰীয়া গীত-পদৰ বৈশিষ্ট্য, তাৰ নন্দনমূল্যৰ সোৱাদ নিজে ল'বলৈ আৰু নিজৰ জন্মভূমিৰ ভিতৰ আৰু বাহিৰৰ সকলোকে বিলাবলৈ জীৱনৰ বাকী কালছোৱাৰ সদ্ব্যৱহাৰ কৰিলে। তেখেতে এই প্ৰচেষ্টা দুটা ধাৰাৰে অব্যাহত ৰাখিলে: (১) সংগীত-ধাৰাটোৰ প্ৰাচীন শাস্ত্ৰৰ অনুসন্ধান, সম্পাদনা আৰু বৈশিষ্ট্যসমূহ বুটলি গ্ৰন্থ-প্ৰণয়ন, (২) সত্ৰীয়া গীত-পদক সৰ্বভাৰতীয় আসনত প্ৰতিষ্ঠা। এই ক্ষেত্ৰত ডঃ নেওগৰ কোনো বিকল্প ব্যক্তি ওলোৱা নাই।

সত্ৰীয়া গীত-পদৰ বিষয়ে ডঃ নেওগে সম্পাদনা কৰা প্ৰথম গ্ৰন্থখন হৈছে অসম সংগীত-নাটক একাডেমীয়ে প্ৰকাশ কৰা স্বৰৰেখাত বৰগীত। এইখনকে ধৰি নেওগ-সম্পাদিত অন্য গ্ৰন্থকেইখনৰ প্ৰায় সকলোতে শিল্পৰূপটোৰ কৰণ-কৌশল বিশ্লেষণ কৰাত তেখেতৰ লগত জৰিত হৈ আছে কেইবাগৰকীও সংগীত-নিপুণ ব্যক্তি। তেখেতে প্ৰধা-নকৈ শিল্পটোৰ ইতিহাস, সৰ্বভাৰতীয় পটভূমিত ইয়াৰ মূল্য আৰু গুৰুত্ব, শিল্পটোৰ লগত জৰিত সমস্যাৰাজি, নন্দনমূল্য প্ৰসংগৰ শিক্ষা-সদী আলোচনাৰ লগত নিজৰ পৰিক্ৰমা সীমিত কৰি ৰাখিছে। সেয়ে হলেও নেওগৰ সুলিখিত আলোচনাসমূহৰ বিশেষ মূল্য আছে আৰু গ্ৰন্থসমূহত এই আলোচনাখিনি আলোকসন্ধানী হৈ ৰৈছে।

স্বৰৰেখাত বৰগীত-সম্পাদনাৰ সাধাৰণ প্ৰতিবেদনখনত ডঃ নেওগৰ বিস্তৃত অধ্যয়ন, ভাৰতীয় সংগীত-ঐতিহ্যৰ লগত থকা তেখে-তৰ সম্যক পৰিচয়, অসমৰ সত্ৰীয়া সংগীতৰ বিষয়ে থকা সুনিৰ্দিষ্ট ধাৰণা পৰিপাটিকৈ প্ৰকাশ পাইছে। বৰগীত অসমৰ মাৰ্গ-সংগীত আৰু ভাৰতীয় শাস্ত্ৰীয়-সংগীতৰ এটা অভিব্যক্তি অথবা বিশেষ এটা ধাৰা— এয়ে তেওঁৰ স্পষ্ট ধাৰণা। এই ধাৰণাটো এটা সৰ্বসন্মত সিদ্ধান্ত হবলৈ প্ৰয়োজন হব— "বৰগীতৰ স্বৰূপ নিৰ্ণয় কৰা, আৰু সেই নিৰ্ণীত স্বৰূপৰ লগত উত্তৰ ভাৰতীয় বা কৰ্ণাটকী সংগীত-ৰূপৰ সম্পৰ্ক বাছি উলিওৱা" (স্বৰৰেখাত বৰগীত, পৃঃ ১০)। প্ৰতিবেদনখনতে এই কামৰ কাৰণে



প্ৰয়োজনীয় গৱেষণাগাৰৰ ওপৰত গুৰুত্ব দি তেখেতে কেইটামান মৌলিক দিশ উন্মোচন কৰি দিছে:

(১) ঐতিহাসিক অনুসন্ধানৰ মূল প্ৰকল্প উত্তৰ ভাৰতীয় বা কৰ্ণাটকী অথবা বৰগীত কোনো এটা পক্ষক অশুদ্ধ বোলাত আনটো পক্ষক মানদণ্ড বুলি ধৰাৰ যুক্তি নাই।

(২) বৰগীত-গায়নৰ ক্ষেত্ৰত এক বহল ঐক্য আছে।

(৩) বৰগীত-গায়নত ঠাই বিশেষে থকা আপাত-পাৰ্থক্য।

(৪) উল্লেখিত দিশকেইটাৰ ভেটিত বৰগীত-গায়নৰ ক্ষেত্ৰত এতিয়াও অব্যাহত থকা বৈশিষ্ট্যবোৰ বাছি উলিওৱা; আৰু তাৰ ওপৰতে নিৰ্ভৰ কৰি বৰগীতৰ প্ৰকৃত ৰূপ নিৰ্ণয়ৰ ক্ষেত্ৰত প্ৰথম ঢাপৰ কাম কৰা।

বৰগীতৰ স্বৰৰেখাৰ কাম ডঃ নেওগ-নিৰ্দেশিত এই দিশৰেই গৈছিল। ইয়াৰ পৰা যি ভাল ফল পালে, সেই ফল নিচেইকৈ প্ৰাথমিক হলেও, গ্ৰন্থখনৰ সম্পাদক হিছাপে তেখেতে এখোজ আগুৱাই অনুমান কৰিছে:

(১) "এজন সঙ্গীতকাৰ বা বুৰঞ্জীৰ এটা যুগে ৰাগৰ নতুন ৰূপ সৃষ্টি কৰি ল'ব পাৰে, এখন ৰাজ্যৰ কেইবা শতিকাৰো ইতি-হাসে এক ধাৰা ৰাগৰ স্বকীয়া পদ্ধতি প্ৰবৰ্তাব নোৱাৰাৰ কোনো কাৰণ নাই।"— ভাৰতীয় উচ্চাংগ সঙ্গীতত বৰগীতত তৃতীয় এটা ধাৰাৰূপে স্থাপন কৰাৰ চিন্তাই ইয়াত প্ৰকট হৈছে।

(২) "গঠন-প্ৰণালী, নিবন্ধ-অনিবদ্ধ বিভাগ, আৰম্ভতে উল্লেখ কৰা ৰাগৰ নাম আদিৰ পৰা বৰগীতক ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ এটি সুতি বুলি অনুমান কৰিব পাৰি।"

ওপৰত লেখ দিয়া দুয়োটা অনুমানৰ ক্ষেত্ৰতে সম্পাদকৰ উচ্ছাস থাকিব পাৰে, কিন্তু এই ক্ষেত্ৰত ডঃ নেওগে অৰণ্য ভাঙি বাট কাটি দিছে পিছৰ গৱেষণাৰ কাৰণে। তথাপি ১৯৫৮ চনৰ পিছত এই ক্ষেত্ৰত বিশেষ কিবা হৈছে বুলি ক'ব নোৱাৰি। গ্ৰন্থ-সম্পাদক

ডঃ নেওগে তেতিয়াই সাৱধান কৰি দি কৈছিল যে হিন্দুস্থানী সঙ্গীতক মানদণ্ডৰূপে লৈ অসমৰ অনেক গায়কে বৰগীত-অংকীয়া গীতক শাস্ত্রীয় সঙ্গীতৰ আকাশৰ পৰা খহি পৰা তৰা বুলি ভবাটো অবৈজ্ঞানিক আৰু একেদৰে অবৈজ্ঞানিক সত্রীয়া গায়ন নীতি পৰিহাৰ কৰি হিন্দুস্থানী সঙ্গীতৰ আহিৰে সিবোৰ গোৱা।

বৰগীত-গৱেষণাৰ প্রাৰম্ভিক কাম কলি থাকোতেই যোৰহাটৰ লেটুগ্রাম সত্রৰ সত্রাধিকাৰ মিত্রদেৱ মহন্তৰ ঘৰত সংৰক্ষিত যদুপতি-বিৰচিত 'বাদ্য-প্রদীপ' নামৰ অসম্পূর্ণ সাঁচিপতীয়া গ্রন্থ এখন গৱেষণা সমিতিৰ হাতলৈ আহে। পুথিখন তাল-বিষয়ৰ আৰু ২৬ খন তালৰ বিশ্লেষণেৰে এই পুথিখন সত্রীয়া-সংগীত প্রসংগত এক উল্লেখযোগ্য সংযোজন। এইখন তালৰ আর্যা নহয়, তালৰ গঠন-কৌশলৰ বিষয়ে শিল্পগ্রন্থবোৰে সততে বিষয়-পৰিধিত সামৰি লোৱা মাত্রা, ধ্বনি ধ্বনি-বৈশিষ্ট্য লৈ তালৰ ছন্দ, আৱর্তন আদি ব্যাকৰণ উল্লেখেৰে এখন সঙ্গীতশাস্ত্র। কিন্তু লিখকে ইয়াকে কৰিবলৈ যাওঁতে চাত, চাপৰ, ঘাতনি, মাত্রাৰ বিভিন্ন ভেদ, কঙ্গা, শঁয়া আদি আঞ্চলিক পৰিভাষা ব্যৱহাৰ কৰাত আৰু এই পৰিভাষাবোৰো একেবাৰে অপ্রচলিত হোৱাত গ্রন্থখন দুর্বোধ্য হৈ পৰিছে।

যদুপতিৰ 'বাদ্য-প্রদীপ'কে অসম সঙ্গীত নাটক একাডেমীয়ে ডঃ নেওগৰ সম্পাদনাত ''বীদম্ ইন্ দা বৈষ্ণৱ মিউজিক্ অব্ আচাম্'' নামেৰে প্রকাশ কৰিছে। গ্রন্থখনত স্বৰবেখাত বৰগীতৰ ডঃ নেওগ-লিখিত সাধাৰণ প্রতিবেদনখনৰ ইংৰাজী ৰূপান্তৰেৰে সৈতে সত্রীয়া-সঙ্গীতত তালৰ বিষয়ে তেখেতেই ইংৰাজীত লিখা এটা মূল্যবান আলোচনা সংযোজিত হৈছে। সংযোজনটোত প্রচলিত তাল-বিবিধ ব্যৱহাৰ কৰা পৰিভাষা আৰু তালৰ ধ্বনি, ধ্বনি-উৎসৰ বিশ্লেষণ দাঙি ধৰা হৈছে। সত্রীয়া সঙ্গীতত খোলেই প্রধান বাদ্য-যন্ত্র। ডঃ নেওগে কৰা আলোচনাৰ পৰা এই যন্ত্রটোৰ ব্যৱহাৰ সন্দর্ভত যিকোনোৱে সার্থক জ্ঞান লাভ কৰিব পাৰিব। সম্পাদকে গ্রন্থখনৰ দুর্বোধ্যতাৰ



শ্রীহস্তমুক্তাৱলীয়ে বিশ্লেষণ কৰা হাতবোৰ অসমৰ সত্রীয়া ঐতিহ্যৰ হয় নে নহয়, অথবা অসমৰ সত্রসমূহৰ নৃত্যৰূপটোত এই-বোৰ হাত ব্যৱহাৰ কৰা হৈছিল নে নাই, সেইটো জানিব পৰা নাযায়। সত্রীয়া নৃত্যত শাস্ত্রীয় আৰু মৌখিক পৰম্পৰাৰ হাতবোৰ বিচাৰ কৰি শ্রীহস্তমুক্তাৱলীৰ লগত আলোচনা কৰিব পাৰি।

শ্রীহস্তমুক্তাৱলীৰ সম্পাদনাই পূব ভাৰতৰ নৃত্যধাৰাই হস্তৰ ওপৰত আৰোপ কৰা গুৰুত্বকে উপলব্ধি কৰাব পাৰিছে। ডঃ নেওগে কৰা ইংৰাজী সম্পাদনাত তান্ত্রিক পূজা-সেৱাত ব্যৱহাৰ হোৱা মুদ্রাবোৰৰ উল্লেখ আছে। অসমত ৰচিত বুলি জনাজাত 'কালিকা-পুৰাণ'ত উল্লেখ থকা মুদ্রাবোৰ উল্লেখ কৰাটোৱে হাতবোৰ বিচাৰ কৰাত অন্য ধৰণে সহায় কৰিছে। নৃত্যত হাতবোৰ সদায়েই সাংকেতিক অভিব্যঞ্জনাৰে ভৰপূৰ। সাংকেতিক চিহ্নবোৰ তেতিয়াহে সার্থক হ'ব, যেতিয়া বাস্তৱত ইয়াৰ কোনো ৰূপাংগ থাকে। সেইফালৰ পৰা নৃত্যৰ হাততকৈ পূজা-সেৱাৰ মুদ্রাবোৰ প্রাচীন যেন লাগে। মুদ্রাৰ বিষয়ে কালিকা-পুৰাণৰ অনুবাদটিত দিশটো দাঙি ধৰি সম্পাদক ডঃ নেওগে মৌলিক কাম এটাকে কৰিবলৈ সমর্থ হৈছে।

'সত্রীয়া নৃত্য আৰু নৃত্যৰ তাল' ডঃ মহেশ্বৰ নেওগদেৱৰ অন্য এক কীর্তিস্তম্ভ। গ্রন্থখনৰ বিষয়-পৰিধি উজনিৰ কমলাবাৰী-থুলৰ সত্রীয়া নৃত্য। অংকীয়া-নাটৰ গীতৰ বিচিত্র নাচবোৰ ইয়াত অন্তর্ভুক্ত হোৱা নাই। নৃত্যশিক্ষাৰ পৰা আৰম্ভ কৰি বিভিন্ন নাচত পাৰদর্শী হোৱালৈকে এজন শিকাৰুৱে আয়ত্ত কৰিব লগা বিষয়বোৰৰ বৈচিত্র্যই ক'ব যে সত্রীয়া নাচ যিমান বৈচিত্র্যপূর্ণ, তাৰ শিক্ষণ-প্রশিক্ষণো এক দীঘলীয়া সাধনা। সত্রসমূহৰ মনৰ মণিকোঠাত সংৰক্ষিত নৃত্যশিক্ষাৰ প্রাৰম্ভিক মাটি-আখৰাবোৰ প্রথমবাৰৰ কাৰণে এই গ্রন্থৰ জৰিয়তে পোহৰলৈ আহিছে আৰু সেইবোৰে এইটোকে প্রমাণ কৰে যে প্রাচীন অসমত নৃত্য-শিক্ষাৰ এক সংহত আৰু বৈজ্ঞানিক পদ্ধতি আছিল। এই পদ্ধতি অনুসৰণ অবিহনে সত্রীয়া-নৃত্যৰ সংকট

কথা কৈয়ো তাত উল্লেখ থকা বিশ্লেষণ অনুসৰণ কৰি ৰূপক তালখনৰ মাত্ৰা আৰু মাত্ৰা-সংস্থাপনৰ বিষয়ে আলোচনা কৰিছে। গ্ৰন্থখন ৰোধগম্য কৰিবলৈ তেখেতে স্বাভাৱিকতে সঙ্গীত-নিপুণ ব্যক্তিলৈ অহ্বান জনাইছে। তথাপি দেইখনৰ সম্পাদনা ডঃ নেওগৰ অন্যতম কৃতিত্ব।

উল্লেখ কৰা হৈছে যে ডঃ নেওগে শ্ৰীহস্তমুক্তাৱলীৰ একাধিক সংস্কৰণ সম্পাদনা কৰি গৈছে। আনুমানিক চতুৰ্দশ-ষোড়শ শতিকাৰ ভিতৰত পূৰ ভৱতৰ শুভংকৰ কবিয়ে ৰচনা কৰা শ্ৰীহস্তমুক্তাৱলীৰ শিক্ষাসদী আলোচনা কৰাত ডঃ নেওগৰ বিশেষ মোহ আছিল। গ্ৰন্থখনৰ তিনিটা সংস্কৰণ ক্ৰমে অসম প্ৰকাশন পৰিষদ, অসম সাহিত্য সভা আৰু ইন্দিৰা গান্ধী নেশ্যনেল ইনষ্টিটিউট অৱ কালচাৰ ফৰ আৰ্টচে প্ৰকাশ কৰিছিল। অসম প্ৰকাশন পৰিষদৰ সংস্কৰণটোত অসমীয়া লিপিত মূল গ্ৰন্থ আৰু সম্পাদকৰ ভূমিকা থকাৰ উপৰি স্নুচান্দৰায় নামৰ ওজাৰ বাৱহাৰৰ (?) কাৰণে কৰা ছায়া-অনুবাদ সংকলিত হৈছে। বাকী দুয়োটা সংস্কৰণৰ ভাষা ইংৰাজী।

শ্ৰীহস্তমুক্তাৱলী ডঃ নেওগৰ বিশিষ্ট অৱদান হৈ থাকিব বিশেষকৈ হাতবোৰৰ তুলনামূলক অধ্যয়নৰ কাৰণে। নাট্যশাস্ত্ৰ অভিনয়-দৰ্পন, সংগীত-ৰত্নাকৰ আৰু শ্ৰীহস্তমুক্তাৱলী প্ৰত্যেকৰে শ্লোক সংখ্যা উল্লেখ কৰি সম্পাদকে হাতবোৰৰ তুলনামূলক আলোচনা কৰিছে। এই কামটোৱে নৃত্যৰ গৱেষকসকলৰ বিশেষ উপকাৰ সাধিব পাৰিব।

ভাৰতত মধ্যযুগৰ পৰা ভিন ভিন প্ৰান্তৰ সংগীতধাৰাৰ উপযোগীকৈ আঞ্চলিক ভালেমান সংগীতশাস্ত্ৰ ৰচিত হৈছিল। এই শাস্ত্ৰবোৰৰ গুৰুত্ব স্বীকৃত হৈছিল বিশেষকৈ এইবোৰে সামৰি লোৱা আঞ্চলিক উপকৰণ। শ্ৰীহস্তমুক্তাৱলীয়ে পতাক হস্তখনৰ দুশ তেৰবিধ বিনিয়োগৰ কথা কৈছে। ভাৰতৰ কোনো সংগীত শাস্ত্ৰত পতাক হস্তৰ ইমান বিপুল পৰিমাণৰ বিনিয়োগৰ উল্লেখ পাবলৈ নাই। সেয়ে ইয়াত আঞ্চলিক উপকৰণ ভালেখিনি সোমাই পৰিছিল। গ্ৰন্থখনৰ এই দিশটো এতিয়াও উন্মোচন কৰা হোৱা নাই।



অনিবাৰ্য। ডঃ নেওগে এই পদ্ধতিটো বিচাৰি উলিয়াইছে বহুত অৰণ্য ভাঙি। স্বৰৰেখাত বৰগীতৰ পৰা শ্ৰীহস্তমুক্তাৱলীলৈকে সত্ৰীয়া গীত-পদ বিচাৰিবলৈ তেখেতে যি অধ্যৱসায়েৰে কাম কৰিছিল, সত্ৰীয়া নৃত্য আৰু নৃত্যৰ তালত তাৰ সমাপ্তি নহ'লেও এই ধাৰা গীত-পদ যে নিজস্ব ৰূপ-গৌৰৱেৰে উজ্জ্বল সেইটো বিচাৰি পাইছিল। গ্ৰন্থখনৰ মাজেৰে তেখেতে আত্মউপলব্ধিও প্ৰকাশ কৰিছে ঃ সত্ৰীয়া গীত-পদ অনুসন্ধানত তেখেতে লাভ কৰা তিতা-কেঁহা বিচিত্ৰ অভিজ্ঞতাৰ। সেয়ে গ্ৰন্থখন নৃত্যৰ হ'লেও অসমৰ সমাজ-জীৱনত সততে দেখিবলৈ পোৱা উচ্চস্তৰৰ সাংস্কৃতিক অভিব্যক্তিৰ প্ৰতি থকা আওহেলা আৰু তাৰ কাৰণে সাংস্কৃতিক জীৱনলৈ নামি অহা সংকটৰ এক অন্তৰংগ বিশ্লেষণ।

□

## ডঃ নেওগৰ লোক-সাহিত্য অধ্যন

প্ৰফুল্ল চন্দ্ৰ বৰা

অসমীয়া লোক-সাহিত্য অধ্যয়নৰ আৰম্ভণি হয় ৰমন্যাসিক (ৰোমান্টিক) সাহিত্য-আলোচনাৰ সমকালীনভাৱেই। ৰমন্যাসবাদৰ উচ্ছ্বাস আৰু নতুনত্ব সাধনৰ সেই যুগৰ অসমীয়া সাহিত্যাই প্ৰকৃততেই কেইবাটাও দিশত উখল-মাখলৰ সৃষ্টি কৰিছিল। 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' (অ, ভা, উ সা, সভা) আৰু নতুনৰ বাৰ্তাবাহী 'জোনাকী'ৰ লগত জৰিত উদ্যোগী ভাষানুৰাগী সদস্যসকলে জাতীয় জীৱনৰ অনেক বিষয়কে পোহৰলৈ অনাৰ প্ৰযত্ন কৰিছিল। কেৱল কবিতা ৰচনাই নহয়, জাতীয় বুৰঞ্জী, প্ৰাচীন পুথি-পাজি আৰু লগতে লোক-কথা, লোক-গীত আদি উদ্ধাৰতো তেওঁলোক আছিল সচেষ্ট। প্ৰসংগতঃ স্মৰণীয় যে লোক-সাহিত্য তথা লোক সংস্কৃতিৰ চৰ্চাৰ পাশ্চাত্যতো ঊনবিংশ শতিকাৰ পৰাহে সূচনা হয়। এই শতিকাৰ আগভাগৰ পৰাই অসমত ছেগাচোৰোকাকৈ লোক সাহিত্য চৰ্চাৰ প্ৰতি অসমীয়া মানুহৰ আগ্ৰহৰ প্ৰমাণ পোৱা যায়। অসমীয়া ভাষাত এই শ্ৰেণী সাহিত্য লোক-সাহিত্য, জন সাহিত্য, চহা-সাহিত্য মৌখিক সাহিত্য অভিধাৰে পৰিচিত হৈ আহিছে। অসমীয়া লোক-সাহিত্য চৰ্চাৰ ক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাকে পথিকৃত ৰূপত পাওঁহক। হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চানেকি'তো এই বিষয়ত কিছু নিদৰ্শন আছে। ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে জন-সাহিত্যৰ সংগ্ৰহ আদিৰ ক্ষেত্ৰত অগ্ৰণীৰূপে ভদ্ৰসেন বৰা, লক্ষ্মীনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগ নকুল চন্দ্ৰ ভূঞা, শ্ৰীৰামচন্দ্ৰ দাস, ডঃ সূৰ্যকুমাৰ ভূঞা আৰু গণেশ চন্দ্ৰ হাজৰিকাৰ নাম উল্লেখ কৰিছে। অসমীয়া লোক-সাহিত্যৰ সংগ্ৰহ, সম্পাদনা আৰু প্ৰণালীবদ্ধ তথা বিজ্ঞানসম্মত চৰ্চাৰ ক্ষেত্ৰত



বিশেষকৈ ডঃ প্ৰফুল্ল দত্ত গোস্বামী, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, ডঃ লীলা গগৈ, চৈয়দ আব্দুল মালিক, ডঃ বীৰেন্দ্ৰ নাথ দত্ত আদি উল্লেখযোগ্য।

অসমীয়া লোক-সাহিত্য চৰ্চাৰ পথিকৃৎ বেজবৰুৱায়েই প্ৰথমতেই এই বিষয়ত পদ্ধতিগতভাৱে কাম কৰাৰ আভাস পোৱা যায়। তেওঁ সংগ্ৰহ কৰা 'বুঢ়ী আইৰ সাধু'ৰ (১৯১২) সাধুবোৰৰ বিষয়ে তেওঁ গ্ৰন্থখনৰ পাতনিত কেইটামান গুৰুত্বপূৰ্ণ মন্তব্য দি থৈ গৈছে। তাৰ আধাৰতে বুজিব পাৰি, বেজবৰুৱাৰ দৰে প্ৰখৰ জাতীয় চেতনাবোধ-সম্পন্ন লিখকে সেই দিনতেই জন-জীৱনত প্ৰোথিত এই দিশটিৰ গুৰুত্ব অনুভৱ কৰিছিল আৰু তেওঁৰ এই বিষয়ৰ চিন্তা চৰ্চাও আছিল বিজ্ঞানসম্মত। শৈশৱ-কৈশোৰত বেজবৰুৱাই যি পৰিবেশত কাল কটাইছিল সেয়া আছিল লোকজীৱনৰ পৰম্পৰাই গঢ় দিয়া মধুৰ পৰিবেশ। সেয়া আছিল লোক-সংস্কৃতিৰ উৰ্বৰা ক্ষেত্ৰ—গাওঁ। তেওঁ সৰুতে শুনা সাধুকথাক পৰিণত বয়সত লোক-কথাৰ গুৰুত্ব বুজি কাহিনী-ৰূপ দিছিল। নহ'লে আজিলৈ অনেক লোক-কাহিনী হেৰাই গ'ল হেঁতেন। প্ৰকৃতপক্ষে জীৱনৰ আগবয়সৰ মাতৃভাষাৰ প্ৰকৃত ৰূপটো গাঁৱৰ মানুহৰ মুখত বেজবৰুৱাই শুনিছিল, আৰু শুনিছিল লোক-গীত, লোক কথা ফকৰা-যোজনা-সাঁথৰ, পটন্তৰ-প্ৰবচন ইত্যাদি। বেজবৰুৱাৰ বিপুল ৰচনাৰাজিৰ ছত্ৰে ছত্ৰে সিবোৰৰ প্ৰভাৱ বিদ্যমান। চমুকৈ ক'বলৈ গ'লে, বেজবৰুৱাই লোক জীৱনক তথা লোক-সংস্কৃতিৰ সামগ্ৰিক ৰূপটো স্বচক্ষে দেখিবলৈ পাইছিল, তাক উপভোগ কৰিছিল, তাৰ স্বাদ পাইছিল।

বেজবৰুৱাৰ প্ৰসংগ উত্থাপনৰ যোগেদি আমি ডঃ মহেশ্বৰ নেওগৰ শৈশৱ-কৈশোৰৰ পৰিবেশৰ এটা তুলনা বিচাৰি পাওঁহক। সেই একেই নৈসৰ্গিক পাৰিপাৰ্শ্বৰ মাজত উদ্ভাসি উঠা বিশ্ব ব্ৰহ্মাণ্ডৰ স্তূপীকৃত সৌন্দৰ্যৰাশি, ('ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাৰণ্ড'), লোক-জীৱনৰ, লোক-মনৰ সৃষ্টি ৰং-ধেমালি-উছৱ, কথা গীত-সুৰৰ মাজৰ অতিবাহিত হৈছিল তেওঁৰ

জীৱনৰ আগছোৱাৰ দিনবোৰ। ইয়াৰ অন্তৰংগ আভাস এটি আমি পাওঁ ড° নেওগৰ 'জীৱনৰ দীৰ্ঘ-বাণি'ৰ মনোজ্ঞ বৰ্ণনাৰ মাজত ; তাতেই ফুটি উঠিছে তেওঁৰ 'দিখৌপৰীয়া জীৱনৰ জীপ' --

'- - - - -বছৰৰ কত উছৱ-মহোৎসৱে কমাৰফদীয়াক মতলীয়া কৰি যায়—খৰিৰ ওখ মেজি, কলপথুৰাৰ ভেলা ঘৰেৰে, গাঁৱৰ ডেকাৰ মাল যুঁজেৰে. দূৰণিৰ পথাৰৰ ম'হ-যুঁজ, গৰু-যুঁজেৰে পিঠা-পনাৰ ন জল-পানেৰে মাঘৰ বিহু, বকুল তলত থিয় দি ভিতৰ সোমোৱা ৰাজহুৱা নামঘৰৰ বৰসবাহ, ভাওন- - - - -সবাতোকৈ চৰা কিন্তু বহাগৰ বিহু—গৰুক নোওৱা. বিহু পিঠা খুউৱা আৰু গোন্ধত মলমলাই থকা ন তৰা-পঘা পিন্ধোৱাৰে ; গধূলি-নিশা উত্ৰাৱল বিহুতলীৰ বিহু আৰু চোতালে-চোতালে ঢোল-তাল, পেঁপা-গগণাৰ হুছৰিৰে ; কণি-যুঁজ, কড়ি-খেল, তাচ-পাতৰে , ন কাপোৰ. ন ফুলাম বিহুৱানেৰে ; গছে পতি লগা থেৰেজু বৰ্হমথুৰিৰে, কুলি. কেতেকী, সখীয়তীৰ আৰু সহস্ৰ বিহগৰ বিহু উখল-মাখলেৰে। এইদৰে, এইদৰেই 'অতি চেনেহৰ বহাগৰ বিহুটি / টিকাত চাপৰ মাৰি যায় !' তল ভৰি ৰাঙলী ফুল আৰু তুলা সিঁচা 'দিখৌৰ পাৰৰে / নাৰায়ণ শিমলু'ৰে পৰা কপৌ-কেতেকী, তগৰ গুলচলৈকে সকলো ফুল. ফুলেৰে ফুলাম ।' ...

একেটি অধ্যায়তে তেওঁ আকৌ স্মৰণ কৰিছে, 'দিনৰ চাৰিপৰ মনিছৰ, নিশাৰ চাৰিপৰ দেৱতাৰ',— আইতাই কৈয়ে থাকে। দেৱযোনি প্ৰাণীসকল আমি নেদেখাকৈয়ে আমাৰ ছাৰিফালে ঘূৰে— 'পকা থেকেৰাৰ দৰে তেজে-ফুটা মুখখনি। চুলি স্থপি বগলীৰ দৰে' লৈ বুঢ়া ডাঙৰীয়া, 'আমৰ তলতে টুক্ টুক্ চাপৰি বোৱা' ৰখিনী ছোৱালী 'পোতাপুখুৰীৰ মাক' আদি সকলো ভয়ৰ নহয়, ল'ৰালিৰ ভাবৰ লহৰীয়া। ... এনেকুৱাই, এনেকুৱাই প্ৰাকৃতিক পৰিবেশ যেন নদী মাতৃক ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণৰ ।'

এই বৰ্ণনাংশ আচলতে লোক-সংস্কৃতিৰ এখনি দাপোন স্বৰূপ। ইয়াতেই লুকাই আছে এতিয়া সাধুকথাৰ দৰে হোৱা হেৰাই যোৱা দিনৰ



অনেক বতৰা। এই বৰ্ণনা কেৱল দিখৌপৰীয়া কমাৰফদীয়াৰে নহয়, অসমৰ যিকোনো এখন জীপাল গাঁৱৰে এখনি ছবি হ'ব পাৰে। কিন্তু মন কৰিবলগীয়া কথা হ'ল নেওগৰ অনুভৱখিনি ; কবি-প্ৰকৃতিৰ মানুহজনৰ এয়া পৌঢ়ত্বৰ পিছৰ স্মৃতিচাৰণ। ইয়াতেই এটি যোগসূত্ৰ হৈ গ'ল লোক-জীৱনৰ, লোক-সংস্কৃতিৰ সম্পদখিনিৰ প্ৰতি তেওঁৰ চিৰ-দিনীয়া আৰু অন্তহীন আকৰ্ষণ। নেওগৰ 'অসমীয়া গীতি-সাহিত্য,' 'চটাই পৰবত আৰু ছিৰি লুইত' আদি চৰ্চাত বিদ্যায়তনিক প্ৰয়োজনৰ লগতে শৈশৱ-কৈশোৰৰ এই আত্মিক সম্পৰ্কও এক প্ৰেৰণা হ'ব পাৰে। জীৱনৰ পৰৱৰ্তী স্তৰত উচ্চপৰ্যায়ৰ সাহিত্য-সৃষ্টিৰ মাজতো ড° নেওগৰ কথন-ভংগীত লোক জীৱনৰ পৰা আহৃত আপুৰুগীয়া শব্দ-সম্ভাৰ লক্ষ্য কৰা যায়। এই ক্ষেত্ৰত আমি তেওঁৰ আত্মজৈৱনিক ৰচনা 'জীৱনৰ দীঘ আৰু বাণি'ৰ ভাষালৈ আঙুলিয়াৰ পাৰোঁ।

বেজবৰুৱাৰ দৰেই ড° নেওগে বৈষ্ণৱ পৰম্পৰাৰ সন্তান হিচাপে পৰৱৰ্তী কালত যিদৰে বৈষ্ণৱ সংস্কৃতিৰ আধুনিক প্ৰবক্তা হ'ব পাৰিলে সেইদৰেই আগ-জীৱনৰ লোক-পৰম্পৰা লোক-সংস্কৃতিৰ লগত নিবিড় সম্পৰ্শৰ বাবেই আধুনিক দৃষ্টিভংগীৰে লোক-সাহিত্য চৰ্চাৰ ক্ষেত্ৰতো তেওঁ অনায়াস কৃতিত্ব প্ৰদৰ্শন কৰিলে।

ড° মহেশ্বৰ নেওগৰ চৰ্চাৰ ক্ষেত্ৰ বিশাল, বৰ্ণাঢ্য আৰু সুগভীৰ। লোক-সাহিত্যৰ পৰা বৈষ্ণৱ সাহিত্য দৰ্শন, সংগীতলৈ শাসনাৱলীৰ পৰা সাহিত্যৰ ইতিহাস-প্ৰণয়নলৈ. কবিতাৰ পৰা পাঠ-সমীক্ষালৈ, প্ৰাচীন গীত-পদ সম্পাদনাৰ পৰা আধুনিক সাহিত্যলৈ, নাটক গল্পৰ পৰা নাট্য-শাস্ত্ৰলৈ. (শ্ৰীহস্তমুক্তাৱলী) পত্ৰিকা সম্পাদনাৰ পৰা অভিধান প্ৰণয়নলৈ তেওঁৰ প্ৰতিভা আৰু সাধনাই ক্ষেত্ৰ কৰি ক্ষেত্ৰান্তৰত বিৰামবিহীনভাৱে বিচৰণ কৰিছে। তাৰ মাজতো বিদ্যায়তনিক আৰু সাংস্কৃতিক কৰ্ম-ৰাজি আছেই।

ড° নেওগৰ লোক-সাহিত্য চৰ্চা-গৱেষণাৰ আমি নিদৰ্শন পাওঁ তেওঁৰ দ্বাৰা ৰচিত, 'অসমীয়া গীতি-সাহিত্য', 'চটাই পৰবত আৰু ছিৰি

লুইৰ' আৰু শিশুৰ উপোযোগী সাধুকথা 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ'। ইয়াৰ উপৰিও 'অসমীয়া প্ৰেম গাথা'ত সংযোজিত 'লোকগীত আৰু লোক-কথা' শীৰ্ষক অধ্যায়টি এক মূল্যবান আলোচনা। তেওঁৰ 'অসমীয়া প্ৰেম গাথা'তো লোক-সাহিত্যৰ কিছু বিষয় সামৰা হৈছে। লোক-গীতৰ সংগ্ৰহ-সংকলন সম্পাদনা আৰু এই বিষয়বোৰক লৈ ৰচনা কৰা প্ৰবন্ধবোৰত ড° নেওগৰ লোক-সাহিত্যৰ প্ৰতি অনুৰাগ বিষয়ৰ লগত নিবিড় আত্মীয়তা আৰু সূক্ষ্ম বিচাৰ বিশ্লেষণৰ পৰিচয় প্ৰকাশ পাইছে।

ড° নেওগে চল্লিশৰ দশকতে 'জয়ন্তী', 'সুৰভি', 'আৱাহন'ত লোক-সাহিত্য বিষয়ক কেইটামান প্ৰবন্ধ লিখে। এই সময়তে বিষ্ণু ৰাভাৰ আলোচনা কৰি লিখিছিল 'বড়ো-কছাৰীসকলৰ গীত-মাত' শীৰ্ষক প্ৰবন্ধটি। ১৯৪৬ চনত নকৈ প্ৰগতিশীল দৃষ্টিভংগীৰে প্ৰকাশ হোৱা 'জয়ন্তী'ত নেওগে লোক-সাহিত্যৰ বিষয়ে লিখা প্ৰবন্ধ-পাতিৰ বিষয়ে এটা আমোদজনক তথ্য তেওঁ উল্লেখ কৰিছে : ' এই 'জয়ন্তী'তে মই 'চটাই পৰেৰত আৰু ছিৰি লুইত' শিৰোনামা দি বনগীতৰ পৰা আমাৰ সামাজিক অধ্যয়নৰ প্ৰবন্ধ কেইটামান লিখিছিলো ; পাছত সেইকেইটা 'অসমীয়া গীতি-সাহিত্য' নামৰ পুথিত সন্নিৱিষ্ট হৈছে। এফালে শংকৰদেৱ আনফালে বনগীতৰ চৰ্চা কৰা দেখি (দুইটাই সামাজিক অধ্যয়ন) এজন বন্ধুৱে আকৌ ৰাজা ৰামসিংহৰ কথাৰে মোক নস্কৰাহে কৰিছিল ; 'চাবাছ অচমিয়া সেনা ! এক চেনাই নাও মাৰিব পাৰে, গড় বান্ধিব পাৰে ।' (জীৱনৰ দীঘ আৰু বাণি)। সঁচাকৈয়ে ড° নেওগে অসমীয়া সাহিত্য-সংস্কৃতিত শৰাইঘটীয়া সৈনিকৰ দৰেই একে সময়তে একাধিক ক্ষেত্ৰত অৱতীৰ্ণ হৈছিল।

লোক-সাহিত্য, লোক-গীত, লোক-কথা আৰু ফকৰা-যোজনা পটন্তৰ-প্ৰবচনেই প্ৰধানকৈ এই তিনিটা ভাগত বিভাজ্য। ইয়াৰ ভিতৰত লোক-গীতৰ সংগ্ৰহ, সম্পাদনা আৰু আলোচনাত ড° নেওগৰ বিশেষ বৰঙণি লক্ষ্য কৰা যায়। বিষয়টিৰ অধ্যয়নত তেওঁৰ দৃষ্টিভংগী আৰু



লক্ষ্য কি আছিল সেই সম্পৰ্কে তেওঁ কৈছে, '......সুকীয়া সুকীয়া সময়ত ৰচিত হ'লেও এই প্ৰৱন্ধবোৰৰ মাজেদি দুটা কথাত আমাৰ দৃষ্টি আছিল যেন লাগে,—লেক-গীতৰ স্বাভাৱিক সৌন্দৰ্য আৰু সামাজিক তাৎপৰ্য।' (অসমীয়া গীতি-সাহিত্য। নিজেই কবি সমালোচক হিচাপে বিষয়ৰ নান্দনিক বৈশিষ্টৰ বিচাৰ আৰু আনহাতে 'সামাজিক তাৎপৰ্য'ৰ অনুভৱেই ড° নেওগক এনে বিষৰ অধ্যয়নত যে প্ৰবৃত্ত কৰিছিল সেই কথা সহজেই অনুমেয়। ঠিক এই প্ৰসংগতে লোক-সংস্কৃতি তথা লোক-সাহিত্য অধ্যয়ণৰ গুৰুত্বৰ বিষয়ে ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে কোৱা দু-আষাৰমান কথা প্ৰণিধাযোগ্য ; 'অসমীয়া সংস্কৃতিৰ এটা লুটি মুকলি কৰে জন-কৃষ্টিৰ চৰ্চাই। অসমৰ বাসিন্দাসকলৰ গীত-মাত, আচাৰ-ব্যৱহাৰ, খেল-ধেমালি পৰ্যবেক্ষণ কৰিলে দেখা যায় যে অসমীয়া ভাষী লোকৰ বিহুনাম আদি গীতৰ ভাব ভাষা, সাধু-কথা, আচাৰ-ব্যৱহাৰ আদিত মিৰি, কছাৰী, নগা আদি জনজাতীয় লোকৰ প্ৰভাৱ পৰিছে। অসমীয়া হিন্দু আৰু অসমৰ আন বাসিন্দাৰ মাজত থকা চিন্তা আৰু কল্পনাৰ আঁতডাল জন-কৃষ্টিৰ চৰ্চাইহে মুকলি কৰি দেখুৱায়।' ভূমিকা : অসমীয়া জন-সাহিত্য)। ড° নেওগে উল্লেখ কৰা 'সামাজিক তাৎপৰ্য'ৰ গুৰুত্ব ইয়াতেই লক্ষ্য কৰা যায়। সকলোকে সাৰটি সামাজিক দায়-বদ্ধতা তেওঁলোকৰ আছিল।

ড° নেওগৰ চকুৰ আগত ওৰে জীৱন ভাঁহি আছিল 'আপোনাৰ দেশ'ৰ চিকুণি ৰূপ, সুয়দি-সুৰীয়া মাত। চাইনো চাই থাকিও হেঁপাহ নপলোৱা অসমী-আইৰ চিৰচেনেহী মুখখনিৰ ৰূপ-সৌন্দৰ্য, আৰু জগতৰ সকলো ঐশ্বৰ্যৰ ভড়ালটি তেওঁ প্ৰত্যক্ষ কৰিছিল ইয়াতেই। নেওগে আজিৰপৰা আঢ়ৈ কুৰি বছৰৰ আগতেই 'বাঁহী'ত লিখা 'অ মোৰ আপোনাৰ দেশ' নামৰ কাব্যিক প্ৰৱন্ধটিত উদ্ভাসিত হৈ উঠিছে প্ৰকৃততেই অসমৰ লোক-সংস্কৃতিৰ প্ৰতি চিৰদিনীয়া শ্ৰদ্ধাশীল মনোভাৱ। 'অ' মোৰ আপোনাৰ দেশ' শীৰ্ষক ৰচনাটি কেৱল ইয়াৰ কাব্যিকতাৰ বাবেই সুখপাঠ্য হৈছে সেইটো নহয়, ই যেন লোক-সংস্কৃতি আৰু লোক-সাহিত্যৰ এখনি দাপোণস্বৰূপ।

লোক-গীতি সাহিত্যৰ কিছুমান উমৈহতীয়া আৰু বিশ্বজনীন বৈশিষ্ট্যৰ কথা উল্লেখ কৰি ড° নেওগে ছুটিমান মন কৰিবলগীয়া কথা কৈছে। ইবোৰৰ ভাব-অনুভূতি আৰু ৰচনা-ৰীতিৰ সৰলতা আৰু মানুহৰ অনুৎকৰ্ষিত (unsophisticated) অৱস্থাৰ সৃষ্টি হিছাপে উল্লেখ কৰি তেওঁ কৈছে যে '......সভ্যতাৰ পৰশ নোপোৱা, সৃষ্টিৰ গৰ্ব লৈ বুকু নিফিন্দোৱা, জাতিৰ কেঁচুৱা অৱস্থাৰ সকলো লোকেই সৰল। সত্য-প্ৰিয়তা আৰু অনুভূতিৰ স্বাভাৱিকতাৰ ভাষা সদায়েই সৰল সাধাৰণ পক্ষত দেখা যায় যে, এই গীত-মাতবোৰৰ লগত সভ্যতাৰ ভীষণ শত্ৰুতা।' (ভূমিকা :অসমীয়া গীতি-সাহিত্য)।

কিছুমান লৌকিক গীত-পদৰ লগত জৰিত বা সিবোৰত উল্লিখিত ব্যক্তি বা ঘটনাৰ কাল নিৰ্ণয় কৰোঁতে নেওগে নিৰপেক্ষ আৰু বিজ্ঞান-সন্মতভাৱে বিচাৰ-বিশ্লেষণ কৰিছে। উদাহৰণ হিছাপে ফুলকোঁৱৰ-মণিকোঁৱৰ গীতত উল্লিখিত 'শংকৰদেও ৰজা'ৰ প্ৰসংগলৈকে উনুকিয়াব পাৰি। উক্ত গীতৰ লগত নামটি জৰিত কৰিলেও 'শংকলাদিব ৰজা' যে এই গীত ৰচনাৰ বহু আগৰ এই কথা নিশ্চিত। 'বনগীতত বুৰঞ্জীৰ আঁচোৰ' প্ৰবন্ধটিত নেওগে লৌকিক গীত-পদত উল্লিখিত অনেক ঐতিহাসিক ঘটনা আৰু চৰিত্ৰৰ আঁত বিচাৰি উলিয়াইছে। ঠিক সেইদৰে আন এটি প্ৰবন্ধ 'বনগীতত ভূগোলৰ অক্ষৰেখা'ত ছিৰি লুইতৰ পাৰৰ গীতত থকা নদ-নদী-ঠাইৰ আঁতিগুৰি বিচাৰ কৰিছে। অসমীয়া লোক সাহিত্যৰ বিষয়ে আলোচনা কৰোঁতে নেওগে গ্ৰহণ কৰা আন এটি বৈশিষ্ট্য হৈছে পাশ্চাত্য আৰু আন প্ৰান্তীয় লোক-সাহিত্যৰ লগত তুলনামূলক বিচাৰ কৰাটো। বিশেষকৈ অসমীয়া 'বেলাড'ৰ বিষয়ে কৰা বিশ্লেষণত এই কথা লক্ষ্য কৰা যায়। তেওঁ লগতে কৈ গৈছে 'আন্তৰ্জাতিক লোক-সাহিত্যৰ সাধাৰণ motif বোৰ'তো ধ্যান দিবলৈ।

'অসমীয়া গীতি-সাহিত্য' নামৰ পুথিখনৰ প্ৰৱন্ধকেইটিত আৰু 'চটাই পৰবত আৰু ছিৰি লুইত'ৰ সুবিস্তৃত পাতনিত নেওগে অসমীয়া ভাষাত



প্ৰচলিত সকলো প্ৰকাৰৰ গীতৰ ৰচনাৰ উপলক্ষ্য, ৰচনাৰ স্থান, কাল আৰু অন্যান্য প্ৰাসংগকি বিষয়বোৰ পৰ্যালোচনা কৰিছে। তদুপৰি তেওঁ এইবিলাক সংগ্ৰহ আৰু অধ্যয়নৰ গুৰুত্বৰ বিষয়ে আমাক সকিয়াই দিছে : 'অসমীয়া লোক-গীতৰ ক্ষেত্ৰ বৰ বহল। অনেক গৱেষক পণ্ডিতৰ মুখলৈ চাই সি পৰি আছে।'

ড° নেওগে এই লোক-গীত-পদবিলাকৰ বিষয়ে পৰ্যালোচনা কৰি প্ৰায় সকলো ক্ষেত্ৰতে আনাক সিদ্ধান্ত দি গৈছে। লৌকিক গীত-পদৰ সম্পৰ্কে তেওঁৰ মন্তব্যবোৰ আমাৰ সাহিত্যৰ ইতিহাস চৰ্চাৰ বেলিকা কেৱল স্মৰণযোগ্য উক্তি ৰূপেই নহয় পথৰ সম্বলো হৈ থাকিব। এই খিনিতেই নেওগে বনগীত আৰু বিয়া নামৰ বিষয়ে কোৱা ছুটিমান মন্তব্য দৃষ্টান্তৰূপে উল্লেখ কৰিব পাৰি :

(১) 'উদ্ভিন্ন নৱ যৌৱনৰ দৰে নৈসৰ্গিক সৌন্দৰ্যই যুৱক-যুৱতীৰ অন্তৰত এতদিনে নিতাল মাৰি থকা যি সৌন্দৰ্যবোধ জগাই দিয়ে, সি চকু মেলি অনুভৱ কৰিলে অন্তৰৰ কিবা এটি করুণ তৃষ্ণা আৰু বাহিৰৰ যৌৱনৰ সৌন্দৰ্যৰ স্পন্দন। এই বোধ লৈয়ে ডেকা-গাভৰুৰ কবি-অন্তৰে এৰিয়েলৰ বীণাত আঙুলি বুলাবলৈ ধৰে।' (পাতনি : চটাই পৰবত আৰু ছিৰি লুইত)।

(২) 'বনগীতবোৰত যদি উদ্‌ভ্ৰান্ত নৱ-যৌৱনৰ কাম-প্ৰপঞ্চৰ পূজা আছে, বিয়া-নামবোৰত আকৌ স্মৃতি-শাস্ত্ৰৰ নীতিৰ দ্বাৰা সংযত পবিত্ৰ মিলনৰ মধুৰ গীত শুনিবলৈ পাওঁ। ......নামতীসকলৰ চকুৰ পানীত হাস্য-ৰসৰ জিলিঙণি পৰি অনেকটি গীততে ৰামধেনুৰ সৃষ্টি নোহোৱাই নাথাকে।' (পূৰ্বোক্ত গ্ৰন্থ)

ডঃ নেওগে 'অসমীয়া গীতি-সাতাহি' (১৯৫৮), 'চতাই পৰবত আৰু ছিৰি লুইত' (১৯৬৪) আৰু 'অসমীয়া প্ৰেমগাথা' (১৯৫৮)ত (ইয়াতো ছুটিমান অসমীয়াৰ বেলাডৰ আলোচনা আছে) অসমীয়া লোক-গীতৰ চানেকিৰে সৈতে প্ৰাসংগিক আলোচনা কৰি বিষয়টি বেহা লগাই থৈছে।

ইয়াৰ উপৰিও তেওঁ স্থানান্তৰত সাধুকথা (ড° নেওগৰ পুথি 'ডাৱৰৰ

সিপাৰে ধুনীয়া দেশ'), মন্ত্ৰ, ডাকৰ বচন, আৰু প্ৰবচন-ফকৰা-যোজনা-সাঁথৰ আদিৰ বিষয়ে সম্যক আলোচনা কৰিছে। নেওগে যথাৰ্থভাৱে অসমীয়া সাধুকথাবোৰত কিছু পৰিমাণে জনজাতীয়, সংস্কৃত আৰু পৃথিৱীৰ অন্যান্য ঠাইৰ সাধুকথাৰ লগত সাদৃশ্য দেখা পাইছে। 'ডাকৰ বচন'ত তেওঁ 'কত শতিকাৰ সঞ্চিত জাতীয় জ্ঞানেৰে সমৃদ্ধ বচনৰ ৰং-ৰহণ, আ-অলংকাৰ' লক্ষ্য কৰিছে আৰু ডাকৰ বচনৰ কোনো কোনো অংশত বৌদ্ধ প্ৰভাৱৰ অস্পষ্ট ইংগিততকৈও ভক্তি-ধৰ্মৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে।

সামৰণিত উদ্ধৃত কৰিবৰ মন যায় ডঃ নেওগৰ কেইআষাৰমান কথা, যত অনুৰণনিত হৈছে লোক-সাহিত্য-সংস্কৃতিৰ প্ৰতি চিৰশ্ৰদ্ধাশীল মহেশ্বৰ নেওগৰ হৃদয়ৰ উপলব্ধি ' সঁচাকৈয়ে এনে বিনন্দীয়া ৰূপত, এনে বিনন্দীয়া সুৰৰনো বাৰু উপমা ওলাব ক'ত ? 'মোৰ'— একেবাৰেই মোৰ নিজৰ আপোনৰ আপোন একেবাৰেই বুকুৰ মাজৰ দেশ এইখন, চিৰ-চেনেহৰ আইজনী, চিৰ-সুৰদী হৃদয়ৰ ভাষা ! তাৰ উপমা নাই। জগতৰ সকলো সৌন্দৰ্য থূপ খাই একে ঠাই হৈও চেৰ পেলাব নোৱাৰে এই অনিন্দনীয় ৰূপ, শব্দ, সৌৰভ, স্বৰ্গ আৰু মৰ্ত্য মিলন হৈ যেন সেইবোৰ সৃষ্টি কৰি থৈছে। (অ' মোৰ আপোনাৰ দেশ')।

এই সম্পদৰ সৌন্দৰ্যৰ উপলব্ধি আৰু চৰ্চাৰ দ্বাৰাৰ তেওঁ মুকুলি কৰি থৈ গৈছে সকলোৰে বাবে। ◯●

---

(১) অসমীয়া জন-সাহিত্য

# স্মৃতিৰ অনুৰণন

নিৰোদ চৌধুৰী

অলপতে অসমীয়া ভাষা সাহিত্যৰ স্বনামধন্য পণ্ডিত প্ৰৱৰ ডঃ মহেশ্বৰ নেওগৰ মৃত্যু হৈছে। এই মৃত্যু নিশ্চয় অসমীয়া ভাষা সাহিত্যৰ বাবে এক অপূৰণীয় ক্ষতি। এনে এক ক্ষতি, যিটো সহজে হয়তো পূৰ্ণ কৰি তোলাটো তৎকালেই সম্ভৱপৰ নহ'ব। এই বাবেই সম্ভৱ হৈ নুঠিব, কাৰণ যিটো আনুগত্য, আন্তৰিকতা আৰু মৌলিক দৃষ্টি প্ৰতিভাৰে খুঁতি-নাতি বিশ্লেষণ কৰি ভাষা সাহিত্যৰ বিভিন্ন দিশলৈ বিবিধ বৰঙণি আগবঢ়াই থৈ গৈছে, সেইবোৰৰ নিশ্চয় তুলনা নাই। আৰু ড নেওগ সম্ভৱতঃ আছিল প্ৰাচীন অসমীয়া সাহিত্যৰ শেষজনা কৃতি গৱেষক। অকল সেয়ে নহয় ড' নেওগ প্ৰাচীন তথা সমসাময়িক অসমীয়া সাহিতাৰ মাজত সম্পৰ্ক স্থাপন কৰা শক্তিশালী সাঁকো। নেওগ ছাৰ, অসমীয়া ভাষা-সাহিত্য তথা সংস্কৃতিৰ মণিকূটত শিৱদ'লক সোণৰ কলসীৰ দৰে জিলিকি থকা এটি পাহৰিব নোৱাৰা নাম।

নেওগ ছাৰ একাধাৰে আছিল মোৰ শিক্ষাগুৰু, মোৰ সাহিত্য সাধনাৰ বিভিন্ন দিশত সঠিক পথৰ নিৰ্দেশ দিয়া পথ-প্ৰদৰ্শক তথা যাৰ অগাধ পাণ্ডিত্যই ক্ষণে ক্ষণে পুলকিত কৰিছিল, তেনে এজন ব্যক্তি।

মোৰ দৰে বহুতৰে বাবে ডঃ নেওগ নিশ্চয় আছিল 'নেওগ ছাৰ'। তেওঁৰ অধীনত গৱেষণা কৰি অসমীয়া সাহিত্যৰ এতিয়াও কেইবাজনো লব্ধ প্ৰতিষ্ঠ ব্যক্তিয়ে নিজস্ব অৱদানেৰে জিলিকি থাকিবলৈ সক্ষম হৈছিল।

মই যেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ অসমীয়া সাহিত্য বিভাগৰ ছাত্ৰ আছিলোঁ, তেতিয়া আমাৰ বিভাগীয় শিক্ষাগুৰু আছিল তিনিগৰাকী বিশিষ্ট ব্যক্তি—তাৰে এগৰাকী হ'ল

স্বনামধন্য স্বৰ্গীয় ড° বিৰিঞ্চি কুমাৰ বৰুৱা, আনগৰাকী সদস্য-মহীয়ান শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্মা আৰু তৃতীয়গৰাকী হ'ল স্বৰ্গীয় ড° মহেশ্বৰ নেওগ বা নেওগ ছাৰ।

সাহিত্যৰ ছাত্ৰ হিচাপে নেওগ ছাৰক শিক্ষাগুৰু ৰূপত খুব ওচৰৰ পৰা পাইছিলোঁ। কিন্তু অসমীয়া ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱক আৰু বিভিন্ন বিষয়ত গৱেষণা কৰি এটি নতুন ৰূপত উদ্ভাসিত কৰা পণ্ডিত প্ৰৱৰ নেওগ ছাৰক বহু আগৰে পৰা জানিছিলোঁ। বিশেষকৈ প্ৰাচীন অসমীয়া সাহিত্যৰ বিভিন্ন দিশত নেওগছাৰে ৰচনা কৰা বিভিন্ন তথ্যগধুৰ আলোচনা আৰু সম্পাদিত পুথিসমূহৰ বিশ্লেষণাত্মক বিজ্ঞানসন্মত ৰচনাই আমাক আগৰে পৰা মুগ্ধ কৰি ৰাখিছিল। প্ৰাচীন সাহিত্যত তেহলে সেয়া প্ৰাক্ বৈষ্ণৱ যুগৰ সাহিত্যই হওক বা বৈষ্ণৱ যুগৰ সাহিত্যই হওক সেইবোৰৰ মাজতো যে, এনে কিছুমান অমূল্য সম্পদ লুকাই আছিল, তাৰ ইংগিত নেওগছাৰৰ বিভিন্ন ৰচনাই দিছিল। অসমীয়া সাহিত্যত প্ৰাক্-বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ বিভিন্ন সাহিত্যৰ অফুৰন্ত মণিপ্ৰপাতৰ সম্ভৱতঃ পোন প্ৰথমে নেওগছাৰেই সন্ধান দিছিল। অইন নেলাগে যি জনা মহাপুৰুষৰ অবিস্মৰণীয় সৃষ্টিক লৈ অসমীয়া জাতি গৌৰৱান্বিত সেইজনা শ্ৰীশ্ৰীশংকৰদেৱৰ বিষয়ে নেওগ ছাৰেহে বিজ্ঞানসন্মত আৰু সৰ্বাদিশ সামৰি লোৱা গ্ৰহণযোগ্য জীৱনী গ্ৰন্থখন লিখি গৈছে। মহাপুৰুষ দুজনাৰ জীৱন কাহিনীক লৈ সেই সময়ত ৰচিত পুথিসমূহৰ বহুবৰ্ণকীতা আৰু অবিশ্বাস্য ঘটনাৰাজিৰ ভিৰৰ মাজৰ পৰা নেওগ ছাৰে অতি নিপুণ ভাবে প্ৰয়োজনীয় সমলখিনিহে লৈ ৰূপ দিছিল তেওঁৰ সেই অমূল্য গ্ৰন্থ শ্ৰীশ্ৰীশংকৰদেৱ। মোৰ ধাৰণা অকল এই গ্ৰন্থই নেওগ ছাৰক অমৰ কৰি ৰাখিবলৈ যথেষ্ট।

নেওগ ছাৰৰ অগাধ পাণ্ডিত্যৰ বিশেষত্বই হ'ল যে নেওগ ছাৰ যিদৰে পৌৰাণিক সাহিত্যৰ সকলো দিশৰ বিষয়ে জ্ঞাত আছিল, ঠিক তেনেদৰে অত্যাধুনীক সাহিত্য-কৰ্মৰ বিভিন্ন দিশ সম্পৰ্কেও সচেতন আছিল। সেয়েহে নেওগছাৰৰ লিখনিত স্বাভাৱিকতে দুয়োটি ধাৰাৰ অভিনৱ সংমিশ্ৰণ দেখা গৈছিল। যিটো সম্ভৱত স্বৰ্গীয় ড° বাণীকান্ত কাকতীৰ সাহিত্য বিষয়ক আলোচনা আমাৰ চকুত পৰিছিল।

নক'লেও হ'ব যে প্ৰাচীন সাহিত্যৰ এনে এটি দিশ নাছিল



যিটোৰ বিষয়ে নেওগছাৰৰ জ্ঞান সীমাবদ্ধ আছিল বুলি ক'ব পাৰি। শিক্ষাগুৰু হিচাপে নেওগছাৰক পোৱাৰ সময়ত সেই কথাই বাৰে বাৰে ভুমুকি মাৰিছিল। তাৰ অৰ্থ এইটো নহয় যে মাথোন পৌৰাণিক সাহিত্যৰ আলোচনাতেই নেওগ ছাৰৰ জ্ঞানৰ পৰিসৰ সীমিত আছিল। আমাক পঢ়ুৱাৰ সময়ত নেওগছাৰে বিস্তৃত ভাৱে অতি আধুনিক সাহিত্যৰো বিভিন্ন দিশৰ ওপৰত জ্ঞানগভীৰ আলোচনাৰে আপ্লুত কৰিছিল।

নেওগছাৰ মানুহজনেই আছিল অতি পৰিপাটী। ব্যক্তিত্বৰ দিশৰ পৰা নেওগছাৰৰ তেনেদৰে আছিল এক সন্মোহনী ব্যক্তিত্ব ঠিক তেনেদৰে তেওঁৰ বিভিন্ন কাম-কাজৰ মাজতো আছিল এটি অতি পৰিপাটী থকা নিকা ৰূপ। নেওগছাৰৰ আখৰ আছিল বৰ ধুনীয়া। বৰ্ণাশুদ্ধি সম্পৰ্কে নেওগছাৰ আছিল অতি সচেতন। ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে নেওগছাৰৰ লিখনি আছিল পাহাৰী নিজৰাৰ দৰে অতি সচ্ছল। এইখিনিতে এটা কথা উল্লেখ কৰা ভাল হ'ব যে অসমীয়া প্ৰাচীন সাহিত্যৰ বিষয়ে তথ্যগধুৰ বিশ্লেষণাত্মক বিজ্ঞানসন্মত বিভিন্ন আলোচনা বোধহয় একমাত্ৰ নেওগছাৰে ইংৰাজী ভাষাৰ মাধ্যমেৰে প্ৰকাশ কৰিছিল। মোৰ ধাৰণা অসমীয়া পৌৰাণিক সাহিত্যৰ বিষয়ে ইংৰাজীত লিখা নেওগছাৰৰ গ্ৰন্থকেইখন আৰু আলোচনাসমূহ অসমীয়া সাহিত্যৰ এক অমূল্য সম্পদ। ক'বলৈ দ্বিধা নাই যে নেওগ ছাৰৰ উক্ত তথ্যভিত্তিক আলোচনাসমূহে এতিয়াও অসমীয়া প্ৰাচীন সাহিত্যৰ বিষয়ে যিকোনো আলোচনা কৰিবলৈ লাইখুটা স্বৰূপ।

স্নাতকোত্তৰ মহলা আলোচনীখন সম্পাদনা কৰি উলিওৱাৰ পিছত মই নেওগছাৰৰ পৰা যথেষ্ট সাধুবাদ পাইছিলো। নেওগছাৰে উক্ত আলোচনীত 'বৈষ্ণৱ সাহিত্য সম্পৰ্কে এটি সুচিন্তিত প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটি মই সুপৰিকল্পিতভাৱে চিত্ৰিত কৰা বাবে তেওঁ বৰ ভাল পাইছিল। সেই সংখ্যা আলোচনীত মই যশস্বী কথা সাহিত্যিক ড° মুল্কৰাজ আনন্দৰ 'দি প্ৰাইচ অৱ কেনেনাজ' নামৰ এটি অপ্ৰকাশিত গল্প ছপাইছিলো। নেওগছাৰে সেই কৃতিত্বৰ বাবে মোক ভুয়সী প্ৰশংসা কৰিছিল। তাতেই শেষ নহয়। যিটো কথা কোনোৱে কোৱা নাছিল সেই কথাটোও নেওগছাৰে কৈছিল। উল্লেখযোগ্য যে সেইবাৰৰ আলোচনীত পোন প্ৰথম বাৰৰ বাবে

(আৰু বোধহয় শেষ বাৰৰ বাবে) সুকীয়াকৈ এটি বিজ্ঞান শাখা প্ৰকাশ কৰিছিলোঁ। নেওগছাৰে এইটো বৰ ভাল পাইছিল। মোক কৈছিল: 'এনে আলোচনীত চায়েঞ্চ চেক্সনৰ খুবেই প্ৰয়োজন আছে।' সেই সংখ্যা আলোচনীৰ বেটুপাত সজাইছিলোঁ বিখ্যাত শিল্পী হেমন্ত মিশ্ৰৰ এখনি বিমূৰ্ত চিত্ৰৰে। চিত্ৰ শিল্পৰ বিষয়েও অগাধ জ্ঞান থকা নেওগছাৰে উক্ত বেটুপাতৰ প্ৰশংসা কৰিছিল— যেতিয়া মই বিশ্ববিদ্যালয়ৰ বহু শিক্ষকৰ পৰাই কটুক্তি শুনিছিলো। নেওগছাৰে অকল মোক প্ৰশংসা কৰিয়ে ক্ষান্ত নাছিল। মোৰ পৰা ঠিকনা সংগ্ৰহ কৰি ব্যক্তিগতভাৱে চিত্ৰশিল্পী হেমন্ত মিশ্ৰলৈ বোধহয় চিঠি এখনো লিখিছিল।

এনে অনুপ্ৰেৰণা এতিয়া আমাৰ বাবে নিলগৰ তৰা। ভাবিলে আচৰিত লাগে কিয় আৰু কিহৰ বাবে নেওগছাৰে মোক এই দায়িত্ব দিছিল নেজানো। কিন্তু কোৱাৰ মোৰ সাহস আছে যে নেওগছাৰৰ এখন গ্ৰন্থৰ বেটুপাত মই আঁকিছিলো। কিতাপখন নাম 'চাহাপৰীৰ উপাখ্যান' এইখন আছিল অনুবাদ গ্ৰন্থ। সেই সময়ত বিহু সংখ্যা অসমবাণীত মোৰ কোনো এখন উপন্যাসৰ অলংকৰণ দেখি নেওগছাৰ মুগ্ধ হৈছিল।

তাৰ পিছত সেই আদেশ আছিল। নেওগছাৰে দিয়া আইডিয়া মতেই মই সেই বেটুপাত আঁকিছিলো। মোৰ সৌভাগ্য যে এনে এজন গুণী ব্যক্তিৰ সান্নিধ্য লাভ কৰাৰ সুযোগ পাইছিলোঁ। মাত্ৰ দুখ হয়, সেই সুযোগক যথাযথভাৱে ব্যৱহাৰ কৰাত আমাৰ দৰে নিঃকিন হয়তো অসমৰ্থ হলোঁ। মৃত্যুৰ ঠিক আগে নেওগছাৰ এক বিৰল সন্মানেৰে সন্মানিত হোৱাতো নিশ্চয় স্মৰণ যোগ্য। নেওগ ছাৰে সংগীত নাটক একাডেমীৰ 'ফেলোশ্বিপে' ৰে সন্মানিত হোৱাটো নিঃসন্দেহে তেওঁৰ অগাধ পাণ্ডিত্যৰ এক সুযোগ্য স্বীকৃতি। নেওগ ছাৰে এই সন্মান লাভ কৰিছিল আন দুজন বিশ্ৰুত আন্তৰ্জাতিক খ্যাতিসম্পন্ন শিল্পীৰ স'তে। তাৰ এজন হ'ল প্ৰখ্যাত ভায়োলিন বাদক ইহুদী মেনুহীন আৰু আনজন বিখ্যাত চানাইবাদক ওস্তাদ বিচমিল্লা খাঁন। কেইজনৰ এনে বিৰল সন্মান লাভৰ যোগ্যতা থাকে? নেওগ ছাৰ সেই গুণৰ নিশ্চয় অধিকাৰী আছিল।

সেয়েহে সোঁৱৰণ। যি সোঁৱৰণী অতি মিঠা অতি মধুৰ। ০০০

# মোৰ দৃষ্টিত নেওগছাৰ

ৰবীন চৌধুৰী

প্ৰাচ্যতত্ত্ববিদ, বৰ্তমান অসমীয়া ভাষা-সাহিত্যৰ প্ৰখ্যাত পণ্ডিতেই নহয়—যেন কাণ্ডাৰী পণ্ডিত, ভাৰতীয় সাহিত্য-সংস্কৃতি-তত্ত্ব জগততো যি গৰাকীয়ে এখন সুন্দৰ আসন গ্ৰহণ কৰিবলৈ সক্ষম হ'ল যি নিজ জীৱন কালতে, যিজন আছিল অসমীয়াৰ হিয়াৰ আমঠু অনুষ্ঠান অসম সাহিত্যসভাৰ সদস্য মহীয়ান, সেইগৰাকী মহান লোকৰ গুণ-গ্ৰাহী লোক আছে সৰ্বদিশত,—গতিকে মোৰ দৰে এজনৰ দৃষ্টিত নেওগছাৰৰ কথাখিনি তেনেই সাধাৰণ-সামান্য হব। তথাপি।

নেওগছাৰ—আমাৰ গুৰু, আমাৰ শিক্ষক। সম্পৰ্ক আমাৰ গুৰু-শিষ্যৰ। তথাপি তাৰো উৰ্দ্ধত। ছাৰ আমাৰ বহু দিশত পথ-প্ৰদৰ্শক। ছাৰৰ মুখনি মনত পেলাবলৈ লওঁতে—স্মৃতিৰ পৰ্দাত আৰু কেখনমান মুখ আহি ভিৰ পাতে। সেই মুখকেখন প্ৰখ্যাত পণ্ডিতপ্ৰবৰ প্ৰয়াত ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাছাৰ, ভাষাবিদ ডঃ গোলোক গোস্বামীছাৰ, ডঃ সুকুমাৰ বিশ্বাসছাৰ।

শিক্ষাৰ কোঠালীৰ পৰাও আমাক বাহিৰলৈ লৈ গৈছিল ছাৰ-হঁতে। মনত পৰে, সীতাজখলালৈ গৈছিলোঁ, বনভোজ খাইছিলোঁ। বশিষ্ঠলৈ গৈছিলোঁ—অৰুন্ধতীৰ নৃত্যৰ গুহা চাইছিলোঁ। হৈছিল, চাক্ষুস দৰ্শনৰ উপৰি—ৰসাল অৰ্থপূৰ্ণ আলোচনা। হাতত লাখুটি লৈ শিলৰগোৱা নেওগছাৰৰ ছবি এখন সযতনে থৈ দিছোঁ। এইবোৰ কথা ব্যক্তিগত হব পাৰে। মূলকথা হ'ল শিষ্যৰ লগত একীভূত হৈ পৰাৰ কথাহে। শিক্ষক নেওগছাৰ তাতে আগৰপুৰা।

এবাৰ ১৯৬৩ চনত নিশ্চয়। ভগৱতী বৰুৱা ভৱনৰ আধাৰ-শিলা স্থাপন উদ্যোগৰ কথা। নেওগছাৰ সাহিত্য সভাৰ সম্পাদক। আধাৰশিলা স্থাপনৰ কাৰণে ছিলঙৰ পৰা নামি আহিছিল ৰাজ্যপাল বিষ্ণু সহায়। বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ আমি ছাত্ৰ-ছাত্ৰী-হঁতৰ এটা দলক লগালে অনুষ্ঠান আয়োজনত। স্বেচ্ছাসেৱক। মনত পৰিছে,—মন-চকুত ভাহি উঠিছে সেই ছবিবোৰ। এটা হিমাচলী

টুপিৰ দৰে টুপি পিন্ধি আহিছিল আবেলিৰ পাৰ্বতি প্ৰসাদ—চকুত আছিল হয়তো ভ্ৰাতৃ-ভগৱতী স্মৃতি। এই পাৰ্বতিপ্ৰসাদ বিষ্ণুপ্ৰসাদৰ নিৰ্দেশত দুই উইলিয়াছনৰ পৰা লোৱা বাগিচাৰ দায়িত্ব লবলৈ যোৱা নব-যুবক পাৰ্বতি প্ৰসাদ নহয়। তথাপি চকুত যেন বিৰিঙি আছিল প্ৰভাতী-অঞ্জন, এই বিয়লিতো। কবি পাৰ্বতিপ্ৰসাদৰ দুহিতা সান্ত্বনা বৰুৱা আছিল। সান্ত্বনাও বিশ্ববিদ্যালয়ৰ অসমীয়াৰ ছাত্ৰী আছিল। সাহিত্য সভাৰ কাৰ্যকৰী সদস্য চৈয়দ আব্দুল মালিকছাৰ, ধৰ্মকান্ত গোঁহাই আদিও আছিল। আমি স্বেচ্ছাসেৱকসকলৰ দুপৰিয়াৰ আহাৰ খাবলৈ কিযে অৰ্থৰ টনাটনি। নেওগছাৰে কলে—ভাত নাখালেও হব, পুৰীআদিকে আজি খোৱা। আমি পাণবজাৰৰ পাঞ্জাব ৰেষ্টুৰেণ্টত মাংস-পাৰঠা খাই বিল উঠালোঁ। ভাতৰ খৰছতকৈ বেছি খৰছ হ'ল।

সেইযে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ আধাৰশিলা স্থাপন। গাতত এটুকুৰা শিলযেন খণ্ডত—আধাৰশিলা স্থাপন বতৰা খোদিত কৰি তলত স্থাপন কৰিছিল। আখৰ কেইটা সাঁচিপতীয়া শঙ্কৰী ষ্টাইলৰ। তাতো অনুৰাগ-পৰামৰ্শ ছাৰৰ অপৰিসীম। ছাৰৰ আগ্ৰহৰ সীমা, কৰ্মোদ্যোগ যেন তুলনাবিহীন।

শৰৎচন্দ্ৰ-ডিম্বেশ্বৰ-অতুল হাজৰিকাহঁতৰ পিচত, পলাশবাৰী অধিবেশনত সাৰ্থক সম্পাদক হোৱাৰ পিচত, অসম সাহিত্য সভাক নতুন ৰূপ দিছিল ছাৰে।

এইযে আমি পুৰণি ছাত্ৰবোৰ—আমাক প্ৰেৰণা দিয়াই নহয়, জীৱনজোৰা সংযোগ প্ৰেৰণাও দিও থাকিল। আমাৰ জীৱনৰ আবেলি বেলাতো। আমি জকাইচুকীয়া হলোঁ। বিহু-নৱবৰ্ষ যেতিয়াই লিখোঁ, ছাৰে আশীৰ্বাদ বঞ্চিত নকৰে আমাক। অথচ জানোঁ, কিমানযে ব্যস্ত ছাৰ।

কলেজ-বিশ্ববিদ্যালয়ৰ ছাত্ৰকালিন দিনত কাকতে-পত্ৰে দুই এটা লিখিছিলোঁ। তাতো প্ৰেৰণা। এম-এ পঢ়ি থাকোতে লয়াৰ্ছে ১৯৬২ চনত মোৰ সংকলন এটি প্ৰকাশ কৰিলে—দুই নদীৰ দুপাৰে। চাৰক আগকথা লিখাৰ বাবে ধৰিলোঁ। চাৰ সন্মত হ'ল, লিখি দিলে। আমাৰ বহুতো পণ্ডিতক দেখিছোঁ, ধ্যান-ধাৰণাই বেলেগ। কিন্তু ড° কাকতিৰ কথাই বোলক, ড° বৰুৱাছাৰৰ কথাকে বোলক, অথবা ড° নেওগছাৰকে বোলক—সৃষ্টিকামী প্ৰচেষ্টা অব্যাহত ৰাখে। লিখক



হিচাপে সফল নহলেও, নতুন প্ৰচেষ্টাৰে কিম্বদন্তিৰ আধাৰত গল্পকৰি লিখাবাবে—মোক প্ৰেৰণা নেওগছাৰে দি পাতনি লিখি দিছিল।

নেওগছাৰে আৰু বহুতো প্ৰেৰণা দি আগবঢ়াই দিছিল ছাত্ৰ-ছাত্ৰীহঁতক। ১৯৬৪ চনত মই বৃটিছ ইনফৰমেশ্যনত যোগদান কৰিবলৈ যাওতে নৱজীৱন প্ৰেছৰ মালিক কানিচৰণ পাললৈ চিঠি এখন দিছিল—তেতিয়া ওলাও ওলাও হোৱা অৰুনোদয়ৰ ধলফাট' পুথিখনৰ কপি এটা দিয়াৰ কাৰণে। ছাৰে কৈছিল, বিশেষধৰণে পঢ়িবাছোন। পিচে নহ'ল,—ধৱলি বৰণী আকাশ, উষসী কালত, ধৱলি হৈয়ে থাকিল। ৰক্তিম নহ'ল।

সেই ক্ষেত্ৰত ৰক্তিম নহ'ল যদিও ছাৰৰ প্ৰেৰণা ৰক্তিম হৈ থাকিল। ঘূৰণীয়া পৃথিবীৰ বেকা পথত এদিন ঘৰৰ ল'ৰাই ঘৰত আহি খাৱলি খাবলৈ লোৱাৰ দৰে খাৱলি খোৱাত লাগিলোহি। নেওগচাৰহঁতে বিশ্ববিদ্যালয় পাতিলে—আমি বাওনাই আহি ডুম-ডুমা কলেজ পতাত লাগিলোঁ। সঁচাকৈ প্ৰাচ্যতত্ববিদ, সু-সাহিত্যিক, পণ্ডিত ড° নেওগ সাম্প্ৰতিক অসমৰ সাংস্কৃতিক আৰু বৌদ্ধিক জগতৰ মুকুটমনি হীৰকখণ্ড। তেনে হীৰকখণ্ডৰ—নাম কোহিনুৰ, ময়ূৰপঙ্খী সিংহাসনত যে জিলিকি আছিল, অথবা হেনো পুৰী জগন্নাথৰ কপালত জিলিকি থকা নীল হীৰকখণ্ডৰ দৰে।

ছাৰৰ মহাপ্ৰয়ানত এখন কেন্দ্ৰীয় আসন খালি হ'ল। এনেকৈ খালি হৈছিল ড° কাকতিৰ প্ৰয়ানবেলাত। ছাৰে হয়তো আৰু বেছি অবদান দিব পাৰিলেহেঁতেন। পিচত ছাৰে সুখ্যাতিৰে পঞ্জাব আৰু পিচত ছাৰৰ গুৱাহাটীয়া জীৱনৰ লগতো সংযোগ-আতৰ হৈ দূৰৰ পৰাই ৰেঙনি চাই চাই বিভোৰ হৈ থাকিলোঁ। তাৰ মাজতো ছাৰ নেওগ-স্মৃতি অনন্য হৈ থাকিল।

ভাবিছোঁ—চাৰক কেতিয়া প্ৰথম দেখিছিলোঁ?

১৯৫৫ চনৰ শীতৰ দুপৰীয়া এটা। কটন প্ৰসাশনীয় ভৱনৰ ইষ্টাৰ্ণ হলৰ বাৰাণ্ডাৰপৰা কোনোবা বন্ধুৱে মোক আঙুলিয়াই দেখুৱাইছিব—পুবলৈ পুবা-পশ্চিমা দীঘল খেৰী ঘৰ এটাৰ দক্ষিণ পদূলিত চকীত বহি নেওগছাৰে ব'দ পুৱাইছিল। নেওগছাৰৰ বয়স তেতিয়া দুপৰ হওঁ হওঁ। কৰ্ম উদ্দীপ্ত। কটনৰ চৌহদৰ সেই খেৰী ঘৰটোত বোধকৰো বিশ্ববিদ্যালয়ৰ ষ্টেটিষ্টিকচ, মেথামেটিক্‌, আৰু বোধকৰো অসমীয়াৰো শ্ৰেণী বহিছিল। তাৰো পুবত আছিল ৰেজিষ্ট্ৰাৰ ফণী দত্ত আৰু উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈৰ আবাসগৃহ।

—তাৰ পিচত নেওগছাৰক কেতিয়া দেখিছিলো ?— দেখিছিলো, ১৯৫৬-৫৭ চনত বোধকৰো, চুদমাৰ্চন হলত হোৱা এখন সম্বৰ্দ্ধনা সভাত। গুৱাহাটী বিশ্ববিদ্যালয়ে অৰ্পণ কৰা প্ৰথম ডক্টৰেট তিনিজন ড° প্ৰফুল্ল দত্ত গোস্বামীছাৰক সম্বৰ্দ্ধনা-জ্ঞাপন উলাহৰ মাজত। ইয়াৰ ভিতৰতে ব্ৰহ্মপুত্ৰৰ বুকুৱেদি পাৰ হোৱা প্ৰবল বৰ্ষা-ঢলৰ সংখ্যা ৪০ হওঁ হওঁ—তাৰ মাজতে পণ্ডিত ডক্টৰেট বহুতো ওলাল। এই ঢলৰ প্ৰাণ-প্ৰাচুৰ্যত আগভাগ লওঁতা ড° নেওগছাৰ। ইয়াৰ আগতে বাণীকান্তৰ পিচতে ড° বৰুৱাছাৰে নেওগ-শৰ্মাৰ সহযোগত ভেঁটি স্থাপন কৰিছিল। ৫৪৭/৫৫;

শিক্ষক হিচাপে, সফল শিক্ষক হিচাপে নেওগছাৰহঁত ছাত্ৰ-ছাত্ৰীহঁতৰ মাজত সোমাই পৰিছিল। নেওগছাৰ তাৰ ভিতৰত যেন প্ৰথম। অগ্ৰগণী।

শিক্ষাবিদ-সাহিত্যিক-প্ৰাচ্যতত্ত্ববিদ নেওগছাৰ ক'ত নাছিল ? পাণ্ডিত্যৰ সীমাৰ পাৰভাঙি দিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ দলক দিল্লীৰ যুৱ-মহোৎসৱলৈ লৈ গৈছিল। সৰ্বশ্ৰেষ্ঠ দল হৈ ঘূৰি আহিছিল। বাতৰি কাকতত বন্দনা বতৰা। দলটোত বিশ্ববিদ্যালয় মানে—বিভিন্ন কলেজৰ নিৰ্বাচিত শিক্ষাৰ্থী-শিল্পী আছিল। এই বিজয়-বাৰ্তা প্ৰদৰ্শনৰ বাবে আহিয়ে ততা-তৈয়া অনুষ্ঠান পাতিছিল আৰ্যনাট্য মন্দিৰত। আৰু আমি চেঙেলিয়াবোৰ আকৰ্ষিত হৈছিলো।

সেইযে আমাৰ নৱযৌৱন কালত—কলেজীয়া দিনত—কলেজ হোষ্টেলৰ সভাত ছাৰৰ বক্তৃতাত বৰগীত আদিৰ তাল-মান লয়ৰ কথা লৈ কৈছিল। বৰগীত সুৰীয়া গীত, ভাওনাৰ নৃত্য-দশৱতাৰ নৃত্য আদিৰ শাস্ত্ৰীয় প্ৰমূল্যৰ সম্পৰ্কত চিন্তা-চৰ্চাই নহয়, ছাৰে প্ৰচেষ্টাও চলালে। প্ৰখ্যাত তবলা বাদক, শাস্ত্ৰীয় সঙ্গীত ধাৰাৰ শিল্পী-পণ্ডিত প্ৰয়াত কেশৱ চাংকাকতীক সহায় লৈ এখন পুথিও প্ৰস্তুত কৰিলে। ভাবিলে অবাক হ'ব লাগে শংকৰদেৱ, শংকৰী সাহিত্য, আধুনিক সাহিত্য, আনকি কাব্য-আন্দোলন প্ৰৱাহত নিজকে বোলাই-বৰ্ণীয়ান, মহীয়ান কৰি নেওগছাৰ অসমীয়া জাতীয় জীৱনৰ সাহিত্য সংস্কৃতিৰ এটি যেন শক্তিশালী ৰূপলৈ ৰূপান্তৰিত হ'ল। এটি বিশাল সৌন্দৰ্য্যৰ ৰূপ অনুষ্ঠান।

মধ্যযুগত ইউৰোপৰ জাতীয় জীৱনত পণ্ডিতক ঘেৰি শিক্ষাৰ্থীৰ মাজত যেনে প্লাৱন আহি উচ্চ-শিক্ষানুষ্ঠান আৰম্ভ হৈছিল।

আজিৰ যুগত আমাৰ অসমত ভাষা-সাহিত্য-সংস্কৃতিক লৈ কিছু হলেও ড° কাকতি, ড° বৰুৱা, ড° নেওগক লৈ তেনে যেন এক পৰিবেশ সৃষ্টি হৈছিল, আছিল। আৰু সেই কাৰণেই ড° নেওগৰ প্ৰয়াণ কুৰি শতিকাৰ শেষৰ সাম্প্ৰতিক কালৰ আমাৰ কাৰণে জাতীয় ক্ষতি। ★

